অসমীয়া সাহিত্য-সেৱক

# ৺ৰজনীকান্ত বৰদলৈ

শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু

[কলিকতা বিশ্ববিদ্যালয়ৰ আই, এ মহলাৰ অসমীয় পাঠ্যৰ অন্তৰ্ভুক্ত ]

অসমীয়া সাহিত্য-সেৱক

# ৺ৰজনীকান্ত বৰদলৈ

( পৰিবৰ্দ্ধিত তৃতীয় সংস্কৰণ )



শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু

স্বৰ্গীয় ৰজনী কান্ত [illegible]দেউতাক ৺তুৰাৰাম শৰ্ম্মা বৰদলৈ দিহিঙ অঞ্চলৰ লোক আছিল। মানৰ আক্ৰমণৰ সময়ত তেওঁ নদীয়া শান্তিপুৰলৈ পলাই গৈ তাতে সংস্কৃত অধ্যয়ণ কৰি তেওঁ ডাঙৰ পণ্ডিত হৈ উঠিছিল। অসমত পুনৰ শান্তি হোৱাত তেওঁ দেশলৈ উলটি আহি কামৰূপৰ বজালী অঞ্চলত বিয়া বাৰু কৰাই বাস কৰি থাকে। ইয়াতে ৺ৰজনীকান্তৰ দেউতাক নৰকান্ত বৰদলৈৰ জন্ম হয়। ইয়াৰ পিছত বৰদলৈ ক্ৰমে হাজোৰ বাউসী আৰু গুৱাহাটীত বাস কৰেহি। গুৱাহাটীতে ১৮৬৮ চনত ৺ৰজনীকান্ত বৰদলৈৰ জন্ম হয়। সৰুতে এখেত উত্তৰ গুৱাহাটীত মোমায়েক ৺দুৰ্লভচন্দ্ৰ শৰ্ম্মা চাংকাকতীৰ তত্বাবধানত থাকি ১৮৮৫ খৃষ্টাব্দত এণ্ট্ৰেন্স মহলাত উত্তীৰ্ণ হৈ কলিকতাৰ মেট্ৰোপোলিটন ইনষ্টিটিউটত ভৰ্ত্তি হৈ ১৮৮৭ খৃষ্টাব্দত প্ৰথম বিভাগত এফ্‌ এ মহলা পাৰ হৈ চিটি কলেজৰ পৰা ১৮৮৯ খৃষ্টাব্দত বি, এ ডিগ্ৰি লাভ কৰে। ১৮৯০ চনত তেওঁ চৰকাৰী কামত সোমাই ১৮৯১ চনত ছব-ডেপুটী কলেকটৰ আৰু ১৯০১ চনত একষ্ট্ৰা এছিষ্টেণ্ট কমিছনাৰৰ পদ লাভ কৰে। ১৯০৯ চনত কিছুকাল তেওঁ নগাওঁৰ ডেপুটী কমিছনাৰৰ ভাৰ পায়। ১৯১৮ চনত তেখেতে চাকৰীৰপৰা অৱসৰ লয়।

বৰদলৈদেৱে উচ্চ আদৰ্শ লৈ নৈষ্ঠিক জীৱন যাপন কৰিছিল। অসমৰ পুৰণি কথা, অসমীয়া সংস্কৃতি আৰু অসমীয়া সাহিত্যৰ প্ৰতি তেখেতৰ বিশেষ শ্ৰদ্ধা আৰু অনুৰাগ আছিল। জীৱনৰ সকলো ক্ষেত্ৰতে তেখেতে এই অনুৰাগবোৰকে প্ৰকাশ কৰিছিল। চৰকাৰী বিষয় বাব লৈছিল যদিও জীৱনৰ সন্ধান আৰু দেশসেৱাৰ ভাৱেই তেওঁক সদায় অনুপ্ৰাণিত কৰিছিল। কিন্তু সেই বুলি তেওঁ কৰ্ত্তব্যত আওহেলা কৰা নাছিল।

আজৰিপৰৰ আত্মনিয়োগৰ ফলতে তেওঁ অতীত অসমৰ এখন যাউতিযুগীয়া জীৱন্ত ছবি অসমীয়া সমাজক দি গৈছে। নানা বিষয়ৰ প্ৰৱন্ধপাতি, কৌতুকপূৰ্ণ ভোলাইশৰ্ম্মাৰ ভাও,মনোবিজ্ঞানৰ প্ৰৱন্ধ আৰু এবছৰৰওপৰ-কাল চলোৱা অসম প্ৰদীপিকা আদিৰে তেখেতে অসম আৰু অসমীয়া সাহিত্যৰ যোগান ধৰিছিল।

বি, এ, পঢ়ি থাকোতেই তেওঁ জোনাকী কাকতত "শৰীৰ তত্ত্ব" নামৰ প্ৰৱন্ধ প্ৰকাশ কৰে। ১৮৯০ চনত ৺কনকলাল বৰুৱা আৰু গোপালকৃষ্ণ দেৱ লগত "সাবিত্ৰী-সত্যবান" নামৰ নাট ৰচনা কৰে। ১৮৯৪ চনত তেওঁ গেইট চাহাবৰ অনুৰোধত ইংৰাজীৰে Religion of the Miris লেখিছিল। ১৮৯৭ চনত পঢ়াশলীয়া পাঠ্য জ্ঞান সোপান লিখিছিল। ১৯০৬ চনত মনোবিজ্ঞান লিখিছিল। ১৯০৯ চনত আত্মবিনোদক থিয়েটাৰৰ দল, আৰু চেক্সপিয়ৰ শিৰোনামাৰ ধেমেলীয়া প্ৰৱন্ধ বাঁহী আৰু আলোচনীত ছপা কৰিছিল। ১৯১৪ চনত পুৰী ভ্ৰমণ আৰু ১৯২০ চনত দেৱ দামোদৰ আৰু হিন্দুধৰ্ম্ম নামৰ গ্ৰন্থ লিখিছিল। ইত্যাদি গ্ৰন্থ আৰু নানা প্ৰৱন্ধাদি আৰু মিৰি সন্মিলন, কছাৰী সন্মিলন অসম সাহিত্য সন্মিলন আদিৰ অভিভাষণ ৰৱদলৈদেৱে লিখি অসমীয়া সাহিত্য ভঁৰাললৈ মূল্যবান দান দি গৈছে। কিন্তু উপন্যাস লেখক স্বৰূপেই তেখেতে বেছি খ্যাতি লাভ কৰিছে। ১৮৮৮ চনৰপৰাই তেখেতৰ সাহিত্যক জীৱন আৰম্ভ হৈ জীৱনৰ শেষ কাললৈকে অটুট আছিল। আধুনিক অসমীয়া ভাষা গঠনত অনেকেই অনেক বিষয়ত আত্মনিয়োগ কৰিছিল। কিন্তু ৰৰদলৈদেৱে তেওঁৰ অতীতৰ প্ৰীতি, দেশপ্ৰীতি আৰু উচ্চ নৈতিকতা আৰু সকলো প্ৰকাৰৰ অভিজ্ঞতাৰ ৰূপ দিবলৈ উপন্যাসকে আশ্ৰয় কৰিলে। সমসাময়িক কালত ৺বেজবৰুৱা, ৺গোহাঞিবৰুৱা আদিয়েও উপন্যাস

লিখিছিল। কিন্তু ঔপন্যাসিক বুলিলেই ৺ৰবদলৈদেৱলৈহে সকলোৰে মনত পৰে। তেখেতৰ উপন্যাস কেইখনি এই :—মিৰি জীয়ৰী, ১৮৯৫; মনোমতী, ১৯০০; ৰঙিলী, ১৯২৫; ৰহদৈ লিগিৰী, ১৮৩০; নিৰ্ম্মল ভকত, ১৯২৫; তাম্ৰেশ্বৰী মন্দিৰ, ১৯২৫; দন্দুৱা দ্ৰোহ, ১৯০৯ আৰু ৰাধা-ৰুক্মিণী, ১৯২৫। এই উপন্যাস বোৰক আশ্ৰয় কৰি ৰবদলৈদেৱে অতীত অসমৰ এটি বিশেষ যুগৰ ফটফটীয়া ছবি এখনি খিলঞ্জীয়া কৰি থৈ গ'ল। এই এধানমানি পুথিখনিত উপন্যাস সমূহৰ এটি সাধাৰণ পৰিচয় দিবলৈ চেষ্টা কৰা হৈছে।

পুথিখনিৰ প্ৰথম সংস্কৰণ ১৯৪৮ চনত ৰামধেনু প্ৰকাশ ভৱনৰপৰা প্ৰকাশ হৈ ওলাইছিল। সেই সংস্কৰণৰ গ্ৰন্থ শেষ হৈ যোৱাত পৰিবৰ্দ্ধিত দ্বিতীয় সংস্কৰণ আমাৰ বন্ধু শ্ৰীযুত বিচিত্ৰনাৰায়ণ দত্তবৰুৱাই প্ৰকাশ কৰে তৃতীয় সংস্কৰণৰ ছপাৰ ভাৰ শ্ৰীগুৰু প্ৰেছৰ গৰাকী শ্ৰীমান মুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱাৰ ওপৰত দিয়া হ'ল।

বিনীত

**শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু**

## প্ৰথম অধ্যায়

# উপন্যাস

উপন্যাস বুলিলে সাধাৰণতে আমি গদ্যত বৰ্ণোৱা মনে গঢ়া মানুহৰ ঘটনাযুক্ত গ্ৰন্থকে বুজোঁ। কেতিয়াবা উপন্যাসৰ ভিতৰত বুৰঞ্জীৰ পাত্ৰ পাত্ৰী সন্নিবেশ কৰিলেও তাত কল্পনাৰ ভাগেই বেছি থাকে। মানুহৰ, মানুহৰ বিষয়ে জানিবলৈ থকা কৌতূহল আৰু সমাজপ্ৰিয়তাৰপৰা উপন্যাসৰ জন্ম হৈছে। সংসাৰত মানুহ অকলশৰে থাকিব নোৱাৰে, আনৰ অভিজ্ঞতাৰ সহায় নহলে মানুহ সংসাৰ-পথত আগুৱাব নোৱাৰে। আনৰ সৈতে আলোচনা, আনৰ সঙ্গ, আমাৰ অতি আৱশ্যকীয়। এই আলোচনা বা সঙ্গ সদায় সকলোৰে সুলভ্য নহয়। মানুহৰ অভিজ্ঞতাও পাহৰনিত লয় পায়। গতিকেই সাহিত্যৰ আৱশ্যক। সাহিত্যত মানুহৰ অভিজ্ঞতাই যুগমীয়া ৰূপ লাভ কৰে আৰু ইয়াৰ সঙ্গও সুলভ্য হয়। উপন্যাস মানৱ জীৱনৰ দাপোণ স্বৰূপ। অভিজ্ঞতা আৰু কল্পনাৰে ঔপন্যাসিকে মানৱ জীৱনটো ফটফটীয়াকৈ আঁকি দেখুৱায়। গতিকে এই শ্ৰেণী সাহিত্যত মানুহৰ আগ্ৰহ বেছি দেখা যায়।

দৰ্শনশাস্ত্ৰ, ধৰ্ম্মশাস্ত্ৰ, নাট, বুৰঞ্জী, জীৱনচৰিত আদি বোৰতো মানুহৰ অভিজ্ঞতাকে পোৱা যায়। তথাপি উপন্যাসলৈ মানুহৰ হাবিলাষ্ বেচি হোৱাৰ বিশেষ কাৰণ আছে।

দৰ্শন-শাস্ত্ৰত তত্বজ্ঞান পোৱা যায়, কিন্তু সেইবোৰ সূক্ষ্ম আৰু সকলোৱে বুজিব পৰা নহয়। ধৰ্ম্মশাস্ত্ৰই অনুশাসন দিয়ে, তাত মানুহৰ চিত্ৰ থাকিলেও তাক কোনো আদৰ্শৰ মাজেৰেহে প্ৰকাশ কৰা হয়। ৰহস্যময় মনুষ্য জীৱনটো ৰহস্যময় কৰি নাৰাখি এক মূল তত্ত্ব বা আদৰ্শৰ অধীন কৰি ৰখা হয়। নাটত আমি উপন্যাসৰ দৰেই মানুহ জীৱনটো দেখিবলৈ পাওঁ, কিন্তু নাট্যকাৰ কিছুমান বান্ধোনৰ ভিতৰত থাকিব লগা কাৰণে ঔপন্যাসিকৰ দৰে মুক্ত হব নোৱাৰে। নাট-ভূমিত ভাও দি দেখুৱাব পৰা কথাহে নাট্যকাৰে নাটক লিখিব পাৰে, গতিকে বহুত কথাকে চকুৰ আগত নাট্যকাৰে উপস্থিত কৰিব নোৱাৰে, কিন্তু ঔপ-ন্যাসিকে সকলো কথাকে পাঠক সকলক বিদিত কৰিব পাৰে। বুৰঞ্জীত আমি পৃথিবীত ঘটা ঘটনাবিলাক দেখিবলৈ পাওঁ কিন্তু বুৰঞ্জী লিখকে ঘটি যোৱা ঘটনাৰ বিৱৰণহে দিব পাৰে। হৈ যোৱা ঘটনাৰ সামান্যও লৰচৰ কৰিব নোৱাৰে। আন হাতে ঔপন্যাসিকে বুৰঞ্জীৰ একোটা অধ্যায় লৈ, বা একোটা আদৰ্শ লৈ বা মানৱ চৰিত্ৰ লৈ নানা ঘটনা, নানা চৰিত্ৰ মানুহৰ আগত ডাঙি ধৰিব পাৰে। বুৰঞ্জীত আমি অতীতৰ বিৱৰণহে পাব পাৰে'া, কিন্তু উপন্যাসত সকলো কালৰ মানৱ চৰিত্ৰ পাব পাৰি। কাল্পনিক হলেও উপন্যাসৰ পাত্ৰ পাত্ৰী নিপুণ লিখকৰ হাতত বাস্তৱতকৈও বেচি উজ্জ্বল হৈ উঠে। নিপুণ ঔপন্যাসিকৰ উপন্যাসত ধৰ্ম্ম আৰু নীতিৰ জ্ঞান পালেও সি নিজে উপদেশ নিদিয়ে, জীৱনৰ চিত্ৰ পালেও সি জীৱনী নহয়, দাৰ্শনিক জ্ঞান পালেও সি দৰ্শনৰ জটিল তত্ত্ব বা তথ্য আলোচনা নহয়।

উপন্যাস গণতন্ত্র ভাৱৰ লগৰীয়া। আগৰ কালৰ সাহিত্যত দেৱ-দেৱী আৰু ৰজা-মহাৰজাৰ আখ্যানবোৰৰ ভিতৰেদি ধৰ্ম্ম আৰু নীতিৰ শিক্ষা দিয়া হৈছিল। উপন্যাসত ব্যক্তি-স্বাতন্ত্র্যৰ প্ৰতিষ্ঠা হয়। সাধাৰণ লোকৰ ভাৱ আৰু সমস্যাবোৰ উপন্যাসৰ আহিলা হৈ পৰে। ইয়াত মানুহৰ অন্তৰৰ গভীৰ আবেগ অনুভূতিবোৰক ৰূপ দিয়া হয়। উপন্যাসক এই পক্ষৰ পৰা বাস্তৱ সাহিত্য বুলিব পাৰি।

উপন্যাসক ইংৰাজীত "নভেল" বোলা হয়। "নভেল" শব্দটো ইটালীয় 'নভেলা' শব্দৰপৰা আহিছে। ইয়াৰ অৰ্থ চুটি গল্প। খৃষ্টীয় চৈধ শতিকাৰ শেষ ভাগত ইটালীয় সাহিত্যৰ প্ৰভাৱত ইংৰাজ লেখক "চছাৰৰ" হাতত প্ৰথম উপন্যাসৰ অঙ্কুৰ উদ্ভৱ হয়। কিন্তু আচল মতে ওঠৰ শতিকাৰ আৰম্ভনিত "ডিফো"ৰ হাততহে প্ৰকৃত উপন্যাস ৰচিত হয়। তেওঁৰ 'ৰবিন্‌ছন ক্ৰুছ'ৰ নাম প্ৰায়েই শুনিছো। উনৈশ শতিকাৰ আদি ভাগৰ "চাৰ ওৱালটাৰ স্কট"ৰ পৰা উপন্যাস সৰবৰহী হৈ উঠে। বুৰঞ্জীৰ ভেটিত চাৰ ওৱাল্টাৰ স্কটেই ( ১৭৭১--১৮৩২ ) প্ৰথমে উপন্যাস ৰচনা কৰে। প্ৰচলিত পুৰনি প্ৰবাদ আৰু গীত মাত বোৰৰ ভিতৰত থকা আখ্যান আদিক অৱলম্বন কৰি 'ৰোমান্স'ৰ ভিতৰেদি তেওঁ অতীত স্কটলেণ্ডৰ জীৱনৰ ছবি আঁকিছিল। মধ্যযুগৰ ৰোমান্সবোৰত পৌৰাণিক কাহিনীবোৰ সোমাই আছিল। কিন্তু স্কটৰ উপন্যাসত দৈনন্দিন জীৱনৰ বাস্তৱতা অৱলম্বন কৰা হৈছিল। স্কটে দেৱকুৰিবো ওপৰ নতুন ধৰণৰ উপন্যাস লেখি উনৈশ শতিকাৰ আদি ভাগতে উপন্যাস ক্ষেত্ৰত

যুগান্তৰ উপস্থিত কৰে। তেওঁ অতীতক সজীৱ কৰি তোলা উপন্যাস বোৰৰ প্ৰভাৱ সকলো ক্ষেত্ৰত বিয়পি পৰিল। গোটেই ইউৰূপ আৰু বিশেষকৈ ফ্ৰান্সতো তেওঁৰ প্ৰভাৱ পৰিলগৈ।

আমাৰ ঔপন্যাসিক ৺বৰদলৈদেৱৰ ওপৰতো স্কটৰ বিশেষ প্ৰভাৱ পৰিছিল। ইয়াৰ উপৰি বঙ্গীয় ঔপন্যাসিক বঙ্কিম চট্টোপাধ্যায়ৰ উপন্যাসবোৰৰ পৰাও তেওঁ প্ৰেৰণা পাইছিল। ইংৰাজী 'ৰোমান্স'ৰ বন্ধা আহিত বঙ্কিমচন্দ্ৰই প্ৰথম বঙলা উপন্যাস দুৰ্গেশনন্দিনী লিখে আৰু একে আদৰ্শতে মৃণালিনী, যুগল-আঙ্গুৰীয়, ৰাধাৰাণীও লিখে। তেওঁৰ আচল উপন্যাস কপালকুণ্ডলা এখনি উৎকৃষ্ট কাব্য। সমাজ সমস্যা আৰু চৰিত্ৰ নীতিৰ প্ৰেৰণাত বিষবৃক্ষ, চন্দ্ৰশেখৰ আৰু কৃষ্ণকান্তেৰ উইল লিখা হয়। দেশাত্মবোধৰ ভেটিত আনন্দমঠ, ৰাজসিংহ; ধৰ্ম্ম সমস্যাৰ ভেটিত দেবী চৌধুৰাণী, সীতাৰাম; মনস্তত্ত্বৰ ভেটিত ৰজনী লিখা হয়। এই গ্ৰন্থ বোৰৰ ৰোমান্স, ভাৱ, ভাষা আৰু কল্পনাৰ প্ৰাচুৰ্য্য আৰু বৈচিত্ৰই পাঠকৰ চিত্ত আকৃষ্ট কৰে। ৺বৰদলৈদেৱে স্কট আৰু বঙ্কিমচন্দ্ৰৰ গ্ৰন্থবোৰ বিশেষ ৰূপে অধ্যয়ন কৰিছিল আৰু মুগ্ধ হৈছিল। তেওঁৰ দন্দুৱা দ্ৰোহৰ পাতনিত নিজে লেখিছে—"কলেজত থাকোঁতে চাৰ ওৱাল্টাৰ স্কটৰ নোভেল শ্ৰেণী, ৺বাঙ্কম চাটুৰ্জ্জিৰ উপন্যাস শ্ৰেণী পঢ়িছিলোঁ। এই ঠাইৰ সিফালে পাহাৰ দেখি, আৰু আমাৰ অসমৰ সকলো ঠাইতে নদী-নলা নিজৰা, বিল, পুখুৰী, পাহাৰ, ঝাৰণি এই বিলাকলৈ মনত পৰি চাৰ ওৱাল্টাৰ স্কটৰ সেই

Highland ( ওখ ঠাই ), Lowland ( নামনি ঠাই ) ইত্যাদি বিলাকলৈ মনত পৰিছিল। ভাব হৈছিল—"হায় মোৰ অসম জননী! তুমি কেনে প্ৰকৃতিৰ কাম্য-কানন! তোমাৰ কোলাত স্কটলেণ্ডৰ দৰে Highland, Lowland hills, dales, lakes সকলো বিলাক আছে। তোমাৰ অতীত কালৰ বুৰঞ্জী নানা ঘটনাৰে পৰিপূৰ্ণ; কিন্তু তোমাৰ এই সমস্ত স্বাভাৱিক সৌন্দৰ্য্য বৰ্ণাবলৈ অতীতৰ বুৰঞ্জীৰ উপন্যাস লেখিবলৈ চাৰ ওৱাল্টাৰ স্কটৰ নিচিনা বা ৺বঙ্কিম চাটুৰ্জ্জিৰ দৰে উপন্যাসকাৰক প্ৰতিভাশালী সাহিত্যিক কত?" ইত্যাদি। মুঠতে এইটো ঠিক যে এই দুজনাৰ পৰাই উপন্যাস ৰচনাত ৺বৰদলৈদেৱে প্ৰেৰণা পাইছিল। ইয়াৰ বাহিৰে উপন্যাস বোৰৰ ঠায়ে ঠায়ে অন্যান্য ইংৰাজ কবি সকলৰো ছাঁ পৰা দেখা যায়। তেওঁৰ নিৰ্ম্মল ভকত, লৰ্ড টেনিছনৰ এনক আৰ্ডেনৰ আৰ্হিত লিখা। মিৰি জীয়ৰীৰ প্ৰতি অধ্যায়ৰ আদিতে ইংৰাজী ৰোমান্টিক কবি সকলৰ লিখনিৰ উদ্ধৃতিবোৰ দিয়া হৈছে।

আগৰ অসমীয়াৰ মাজত প্ৰচলিত থকা পৌৰাণিক আখ্যান আৰু সাধুকথাবোৰে পূৰ্ব্বৰ লোকসকলৰ কুতুহলপ্ৰিয়তাৰ পৰিচয় দিয়ে। কিন্তু আগতে উল্লেখ কৰাৰ দৰে সেইবোৰে কোনো আদৰ্শৰ মাজেৰে প্ৰকাশ হোৱাৰ বাবে আৰু সেইবোৰে সকলো অঙ্গ পূৰ নকৰাৰ বাবে উপন্যাসে নিজ ঠাই লবলৈ আগবাঢ়ি আহিছে। প্ৰকৃততে কব লাগিলে স্বৰ্গীয় ৰজনী কান্ত বৰদলৈ ডাঙৰীয়াই অসমীয়া উপন্যাস ৰচনাত মন দি তাৰ স্থান আহল বহলকৈ থৈ গৈছে। বৰদলৈদেৱৰ সমসাময়িক

প্ৰসিদ্ধ সাহিত্যিক ৺বেজবৰুৱা আৰু ৺গোহাঞিবৰুৱাদেৱেও উপন্যাসত হাত দিছিল। ৺গোহাঞিবৰুৱাই ভানুমতী আৰু লাহৰী উপন্যাস ৰচনা কৰিছিল আৰু ৺বেজবৰুৱাই কেবল পদুম কুৱঁৰী ৰচনা কৰিছিল। কিন্তু ৰবদলৈদেৱে উপন্যাস ৰচনাতে বিশেষ মন দিছিল আৰু ঔপন্যাসিক বুলিলেই তেওঁকহে বুজা গৈছিল।

উপন্যাস বুৰঞ্জীমূলক, উদ্দেশ্য আৰু সমস্যামূলক আৰু সামাজিক হব পাৰে। বুৰঞ্জীৰ ভেটিত উপন্যাস সৃষ্টি কৰিলে সি বুৰঞ্জীমূলক, কোনো বিশেষ উদ্দেশ্যলৈ বা সমস্যা সৃষ্টি কৰিলে সি উদ্দেশ্যমূলক বা সমস্যামূলক আৰু সমাজৰ কথা আশ্ৰয় কৰি উপন্যাস সৃষ্টি কৰিলে সি উপন্যাসৰ শ্ৰেণীত পৰে।

আধুনিক উপন্যাস বোৰত ঘটনা সৃষ্টিতকৈ চৰিত্ৰ বিশ্লেষণৰ পিনেহে লক্ষ্য ৰখা দেখা যায়।

উপন্যাস কেতিয়াবা বৰ্ণনাত্মক, কেতিয়াবা কথোপকথনমূলক আৰু কেতিয়াবা পত্ৰমূলক হয়! শেষৰ বিধক ইংৰাজীত— epistolery novel অৰ্থাৎ পত্ৰোপন্যাস বোলা হয়। ছেমুৱেল ৰিচাৰ্ডছনে ( ১৬৮৯-১৭৬১ ) ১৭৪০ খৃষ্টাব্দত প্ৰথম পত্ৰোপন্যাস 'পেমেলা' ( Pamela ) লিখি উলিয়ায়। এই উপন্যাস খনিত এজনী ছোৱালীয়ে জীৱনত কেনেকৈ সাধু আচৰণৰ ফল লাভ কৰিছিল তাকে পত্ৰৰ ভিতৰেদি জনোৱা হৈছিল।

উপন্যাসত যি যি কথালৈ বিশেষ চকু দিব লাগে সেইবোৰ তলত দিয়া হ'ল। উপন্যাসত সাধাৰণতে এটি ঘটনা থাকে। কিন্তু চুটি গল্পতো ঘটনা থাকে। সেই বুলি চুটি গল্প আৰু উপন্যাস একে নহয়। চুটি গল্পবোৰ জীৱনৰ কোনো এক ক্ষণ অৱলম্বন কৰি লিখা হয় আৰু সেই ক্ষণতে বা কোনো এক ঘটনাতে মানুহৰ প্ৰকৃত স্বৰূপটো ফুটাই তোলা হয়। উপন্যাসত কিন্তু গোটেই জীৱনটো বিশদভাবে দেখুৱাব পাৰি। আকৌ উপন্যাসত এটা মূল ঘটনাৰ লগতে আন আন সৰু ঘটনাও জৰিত থাকিব পাৰে, কিন্তু চুটি গল্পত বেচি ঘটনা বা চৰিত্ৰ সমাবেশৰ ঠাই নাই।

উপন্যাসত সন্নিবেশ কৰা চৰিত্ৰবোৰৰ ভিতৰত বিশেষ সম্বন্ধ থাকে। কেতিয়াবা মূল চৰিত্ৰটো ফুটাই তুলিবলৈ আন সহায়কাৰী চৰিত্ৰৰ আৱশ্যক হয়; কেতিয়াবা বৈসাদৃশ চৰিত্ৰৰ সহায়ত মূল চৰিত্ৰ বা আন আন চৰিত্ৰৰ বৈশিষ্ট্য দেখুৱা হয়।

কেতিয়াবা নিজৰ বৰ্ণনা আৰু কেতিয়াবা পাত্ৰ-পাত্ৰীৰ ভিতৰত কথোপকথনৰ দ্বাৰা ঔপন্যাসিকে উপন্যাস ৰচনা কৰে। এই দুয়ো শ্ৰেণীৰ উপন্যাসতে ঔপন্যাসিকে নিজেও কেতিয়াবা চৰিত্ৰ বিশ্লেষণ কৰি আৰু নিজ মতমত প্ৰকাশ কৰি যায়। কলাকুশল উৎকৃষ্ট লিখক সকলে এই প্ৰণালী নলৈ পাঠকৰ সমুখত কেৱল চিত্ৰটোহে দিয়ে।

সহজ, সৰল বা যথাৰ্থ অৰ্থ প্ৰকাশৰ ভাষা ব্যৱহাৰ যেই সেই গ্ৰন্থকে মনোগ্ৰাহী কৰাৰ এটা প্ৰধান উপায়। ভাষাৰ সমতা ৰক্ষা কৰাটো উৎকৃষ্ট লেখনিৰ আন এটা প্ৰধান লক্ষণ। ইয়াৰ উপৰি বৰ্ণনা বা পাত্ৰ-পাত্ৰীৰ মাজত হোৱা কথোপকথন

অনাহকত দীঘলীয়া হলে বা অৰ্থ প্ৰকাশ নোহোৱাকৈ ছুটি হলে সি কেতিয়াও পাঠকৰ মন আকৰ্ষণ কৰিব নোৱাৰে। ঔপন্যাসিকৰ নিজৰ বৰ্ণনাতকৈ কথোপকথনৰ ব্যৱহাৰে পাত্ৰ-পাত্ৰীৰ বেচি ওচৰলৈ নিয়ে। কিন্তু এই কথোপকথনৰ ব্যৱহাৰত লিখকৰ বিশেষ বিচাৰ শক্তিৰ আৱশ্যক। নহলে সি পাঠকৰ মনত বিৰক্তিহে উপস্থিত কৰিব পাৰে। বহুত সময়ত কোনো কথা বিতংকৈ বৰ্ণোৱাতকৈ ইঙ্গিতেই বেচি ভাল অৰ্থ প্ৰকাশ কৰে আৰু এনে ব্যৱহাৰে লিখকৰ ৰচনা কৌশলেই প্ৰকাশ কৰে।

আন এটি বিশেষ লক্ষণীয় বিষয় হৈছে ঔপন্যাসিকৰ সৃষ্টি কৌশল। উপন্যাসৰ ঘটনাটি আৰম্ভ কৰা, গঠন কৰা আৰু শেষ কৰা, সকলো বিষয়তে বিশেষ বিচাৰ আৱশ্যক, নহলে ঔপন্যাসিকৰ উদ্দেশ্য সফল হব নোৱাৰে, আৰু সি পাঠকৰ মনত কোনো স্থায়ী ভাব উদ্ভৱ কৰিব নোৱাৰে।

---

## দ্বিতীয় অধ্যায়

# বৰদলৈৰ বুৰঞ্জীমূলক উপন্যাস

অসমৰ অতীত বুৰঞ্জী আৰু সমাজক ভেটি কৰি স্বৰ্গীয় ৰজনীকান্ত বৰদলৈদেৱৰ বুৰঞ্জীমূলক উপন্যাস কেইখনি লিখা হৈছে। আহোম ৰাজত্বৰ শেষ কাল অৰ্থাৎ চন্দ্ৰকান্ত সিংহৰ দিনৰপৰা ইংৰাজে অসম দেশ লোৱালৈকে এই কাল ডোখৰেই ঔপন্যাসিক বৰদলৈদেৱৰ অৱলম্বন। এই কালৰ অসমৰ ৰাজনৈতিক, সামাজিক আৰু আধ্যাত্মিক ক্ষেত্ৰৰ বিশৃঙ্খলাৰ আশ্ৰয় লৈ মানে অসম দেশ যি দৰে উছন কৰিছিল তাৰ প্ৰতিচ্ছবি বৰদলৈদেৱৰ উপন্যাস কেইখনিত পোৱা যায়। সাধাৰণ গতিৰ জীৱনতকৈ ঘটনাপূৰ্ণ জীৱনে উপন্যাসৰ বিশেষ সজুলি যোগাব পাৰে। গতিকে ঐতিহাসিক উপন্যাস ৰচনা কৰাত অতীতৰ কোনো কাল নিৰ্ব্বাচনে লেখকৰ বিচাৰ শক্তিৰ পৰিচয় দিয়ে। যি মানৰ আক্ৰমণৰ কথাই আজিও অসমীয়াৰ মনত বিস্ময় আৰু ভয় সঞ্চাৰ কৰে, সেই কথাকে অৱলম্বন কৰি উপন্যাস ৰচনা কৰাৰ কাৰণেই ই সকলোকে আকৃষ্ট কৰিব পাৰিছে।

আগৰ অধ্যায়ত কোৱা হৈছে যে বৰদলৈদেৱৰ ওপৰত চাৰ ওৱালটাৰ স্কটৰ বিশেষ প্ৰভাৱ পৰিছিল। তেঁওঁ স্কটচাহাবকে আদৰ্শ কৰি লৈছিল। স্কটে পুৰণি বুৰঞ্জী অৱলম্বন কৰিছিল আৰু নাটকীয় সন্ধিস্থল বোৰ বিচাৰি লৈছিল। তেওঁ

বুৰঞ্জীৰ প্ৰসিদ্ধ চৰিত্ৰ একোটাক কেন্দ্ৰ কৰি লৈ একোটা ঘটনা সৃষ্টি কৰিছিল। গতিকে বুৰঞ্জীৰ বিৱৰণবোৰৰ তেওঁ যথেষ্ট সহায় পাইছিল। পৰিবেশবোৰ সৃষ্টি কৰাও তেওঁৰ পক্ষে সহজ হৈ পৰিছিল। গতিকে পাঠক সকলে কোনো ঘটনাৰ ৰস পোৱাৰ লগে লগে পুৰণি কালৰ ছবি এখনো ফটফটীয়া কৈ দেখিবলৈ পাইছিল। বৰদলৈদেৱেও সেই পথকে অৱলম্বন কৰিছিল। তেওঁৰ উপন্যাস বোৰৰ নাম যিহকে নিদিয়ক সেই বোৰৰ ঘটনাৱোৰ বুৰঞ্জীৰ ঘটনা আৰু ৰজা বা প্ৰসিদ্ধ ডাঙৰীয়া সকলৰ সৈতে বিশেষ ৰূপে মেৰখোৱা। স্কটৰ উপন্যাসবোৰৰ পৰা অতীতৰ জ্ঞানৰ পৰিসৰ যিদৰে বাঢ়িছিল, বৰদলৈদেৱৰ উপন্যাস বোৰৰপৰাও সেইদৰে মানৰ দিনৰ কথাবোৰ আহোম ৰাজত্বৰ শেষ কালৰ কথাবোৰ জীৱন্ত হৈ পৰিছিল। বুৰঞ্জীৰ কথাবোৰৰ বাহিৰেও মানুহৰ মাজত প্ৰচলিত প্ৰবাদবোৰৰপৰাও স্কটৰ দৰেই বৰদলৈদেৱেও বিশেষ সমল গোটাইছিল। বৰদলৈ-দেৱৰ উপন্যাস সমূহত বুৰঞ্জীৰ চৰিত্ৰ আৰু চিত্ৰ সন্নিবিষ্ট কৰা হৈছে আৰু তাৰ লগে লগে কল্পনাও আছে। আগতে কোৱাৰ দৰে কল্পনাৰ আশ্ৰয় নলৈ হুবহু বুৰঞ্জীৰ কথাকে বৰ্ণনা কৰিলে সি উপন্যাস নহৈ বুৰঞ্জীয়েই হ'লহেঁতেন। ইয়াত সন্নিবিষ্ট ঘটনাবোৰ প্ৰকৃততে ঘটিছিল নে সেইটো লক্ষ্যৰ বিষয় নহয় ঠিক তেনেবোৰ ঘটনা চাৰিও পিনৰ অৱস্থাৰ মাজত সম্ভৱপৰ আছিল নে সেইটোহে লক্ষ্যৰ বিষয় হব লাগে। ইংৰাজ লিখক মেকলেই লিখিছিল—"নিপুণ বুৰঞ্জী লিখকৰ নিজৰ বৰ্ণনা কাৰ্য্যকৰী আৰু শোভনীয় কৰিব পৰা কল্পনা শক্তি থাকিব লাগিব আৰু এনে

পাৰ্গতাতি দেখুৱাব লাগিব যে তেওঁ পোৱা উপাদান বিলাকতে তেওঁ আৱদ্ধ থাকিব লাগিব আৰু কোনো অসম্পূৰ্ণতা থাকিলেও সেইবোৰ নিজে পূৰণ কৰিব নোৱাৰে।" কিন্তু ঔপন্যাসিকৰ ক্ষেত্ৰ ইয়াতকৈ বহল। তেওঁ বুৰঞ্জীৰ আহিলা পাতি লৈ নিজ কল্পনাৰ আশ্ৰয় লৈ নানা ঘটনা সৃষ্টি কৰি অতীতৰ বৃহৎ আৰু স্পষ্ট ছবি আঁকিব পাৰে আৰু বুৰঞ্জী লিখকত কৈ অনেক বেচি শিক্ষা দিব পাৰে। উৎকৃষ্ট বুৰঞ্জীমূলক উপন্যাস লিখক সকলে বুৰঞ্জীৰ বেলেগ বিৱৰণ নিদিয়াকৈ সন্নিবিষ্ট পাত্ৰ-পাত্ৰী আৰু ঘটনাৰ মাজেৰে অতীতক জগাই তোলে। কিন্তু বৰদলৈদেৱ বুৰঞ্জীত ইমান আকৃষ্ট যে বুৰঞ্জীৰ বিৱৰণ নিদিয়াকৈ তেখেতে উপন্যাস শেষ কৰিব নোৱাৰে। বুৰঞ্জী—প্ৰীতি বৰদলৈদেৱৰ প্ৰধান লক্ষণ; দেশ প্ৰীতি, উচ্চ ৰাজনৈতিক আদৰ্শ, ধৰ্ম্মানুৰাগিতা আৰু অবাস্তৱ বা অতি প্ৰাকৃতৰ প্ৰীতি চৰিত্ৰ সমূহৰ মাজেৰে প্ৰকাশ কৰাৰ বাহিৰেও দেশৰ বা মানৱজাতিৰ উন্নতিমূলক উচ্চ আদৰ্শ আৰু মহৎ গুণ আৰু কৰ্ম্মত তেখেতৰ আনন্দ আৰু সেইদৰে দেশৰ ধ্বংসসাধক নীচ বৃত্তি, নীচ কৰ্ম্ম আদি বোৰৰ প্ৰতি ঘৃণা আৰু কটূক্তি বোৰত তেখেতৰ প্ৰকৃত পৰিচয় পোৱা যায়। উদ্ধৃতিবোৰ এই সৰু গ্ৰন্থত দিয়া অসম্ভৱ।

৺ৰবীন্দ্ৰনাথ ঠাকুৰে বুৰঞ্জীমূলক উপন্যাস সম্বন্ধে এই দৰে লিখিছে—"বুৰঞ্জীৰ সংশ্ৰৱত উপন্যাসে এটা বিশেষ ৰস সঞ্চাৰ কৰে। বুৰঞ্জীৰ সেই ৰসৰ প্ৰতি ঔপন্যাসিকৰ লোভ। তাৰ সত্যৰ প্ৰতি তেওঁৰ কোনো খাতিৰ নাই। কোনোৱে যদি

উপন্যাসত কেৱল বুৰঞ্জীৰ সেই বিশেষ গোন্ধ আৰু সোৱাদত সন্তুষ্ট নহৈ তাৰপৰা অথণ্ড বুৰঞ্জী উদ্ধাৰত প্ৰবৃত্ত হয়, তেনেহলে তেওঁ ব্যঞ্জনৰ ভিতৰত জীৰা, ধনিয়া, হালধি, সৰিয়হ সন্ধান কৰে। বাখৰৰ স্বকীয়া ৰূপ ৰাখি ব্যঞ্জনৰ সোৱাদ যি দিব পাৰে দিয়ক, চেয়ে বটি পিহি মিহলি কৰি দিয়ে, তেওঁৰ সৈতে আমাৰ কোনো বিবাদ নাই। কাৰণ, সোৱাদেই ইয়াত লক্ষ্যৰ বিষয়, বাখৰ উপলক্ষ্য হে। কিন্তু সকলোৰে জনাজাত কোনো ঘটনাক সমূলি ওলোটা কৰি উপস্থিত কৰিলে ৰসভঙ্গ হয়।" বুৰঞ্জীৰ আহিলা ব্যৱহাৰত বৰদলৈদেৱে এনে ৰসভঙ্গ নকৰাকৈ সাহিত্যৰ ৰস সৃষ্টি কৰিছে। ঠায়ে ঠায়ে নিজে কৈ গৈছে যে বুৰঞ্জীৰ মূল ঘটনাৰপৰা তেওঁ আঁতৰি যোৱা নাই। কিন্তু যিমানেই বাস্তৱ বৰ্ণনা নহওক গ্ৰন্থকাৰৰ নিজ মনৰ প্ৰতিবিম্ব আৰু কোনো শিক্ষণীয় বিষয় গ্ৰন্থৰ ভিতৰত প্ৰকাশ পায়। বৰদলৈদেৱে বাস্তৱ বৰ্ণনা দি সাংসাৰিক দুখ সুখৰ মাজেৰে এক উচ্চতৰ ৰাজ্যলৈ মানৱ মন আকৰ্ষণ কৰিব খোজা ভাৱটো প্ৰকাশ কৰিছে। উদাহৰণ স্বৰূপে কব পাৰি নিৰ্ম্মল আৰু দয়াৰামে যেতিয়া সংসাৰত কেৱল গৰলেই দেখিলে তেতিয়া তাতে অভিভূত নহৈ ঈশ্বৰ ভক্তিৰ পথ অৱলম্বন কৰিলে; শান্তিৰামে মনৰ অভিলাষ পূৰণ কৰিবলৈ নাপাই যেতিয়া বৈৰাগী হবলৈ যায়, তেতিয়া আন এক কাৰণত তেওঁ ঘুৰি আহিব লগা হ'ল, যেন নেদেখা শক্তি এটাই, ঐশ্বৰিক যুক্তি এটাইহে সংসাৰখন চলাইছে। বহদৈৰ যোগশাস্ত্ৰৰ গূঢ় ৰহস্যবোৰে সংসাৰৰ ভাৱৰ পৰা মানুহক আন এখন ৰাজ্যলৈ লৈ যায়। সেইদৰে ৰঙিলীৰ আদৰ্শয়ো মানুহক

এক উচ্চতৰ ৰাজ্যৰ বাতৰি দিয়ে। এই আদৰ্শবোৰৰ বাহিৰেও ঔপন্যাসিকে নিজে প্ৰকাশ্যে উপদেশ দি গৈছে।

মিৰি জীয়ৰীৰ শেষত তেখেতে লিখিছে—

"পানেই জঙ্কিৰ প্ৰণয়ৰ বিষময় ফল ফলিল। টকাৰ লোভে কি দৰে ইয়াকে বুঢ়া তামেদে ভাল শিক্ষা পালে। আমাৰ হতভাগিনী মিৰি জীয়ৰীৰ দুখ লগা কাহিনী খতম কৰিলোঁ। আশা কৰোঁ। ইয়াতে এতিয়াৰ পৰা মিৰিৰ ঘৰে ঘৰে সুফল ফলিব।

নিৰ্ম্মল ভকতক উদ্দেশ্য কৰি তেওঁ লিখিছে—

"ধন্য বীৰপ্ৰবৰ, স্বদেশপ্ৰেমিক, বিশ্বপ্ৰেমিক, পৰমত্যাগী, ধৰ্ম্মাত্মা মহাপুৰুষ, নিৰ্ম্মল আতৈ! তুমি অসম মাতৃৰ নিমিত্তে মানৰ লগত যুঁজিছিলা!......ঈশ্বৰৰ কৃষ্ণত প্ৰাণ সপি নিজকো ধন্য কৰিলা, আন কি এনেকুৱা স্বাৰ্থত্যাগৰ দ্বাৰাই তোমাৰ প্ৰাণৰ অসমকো ধন্য কৰিলা। তুমি দৰাচলতে গীতাৰ সেই ত্যাগী পুৰুষ, তুমি মহাপুৰুষ। নিশ্চয় নিশ্চয় তুমি মৃত্যুৰ আগখিনিতে তোমাৰ কৃষ্ণক দেখিছিলা। মৃতুৰ পিছতো বৈকুণ্ঠৰ বিমানত উঠি ঈশ্বৰ কৃষ্ণৰ ওচৰলৈকে গৈছা। তোমাৰ আহিয়ে যেন অসমীয়াৰ ত্যাগৰ বাটেৰে দেশৰ হিত চিন্তিবলৈ. দেশৰ, হিত কৰিবলৈ শক্তি সামৰ্থ্য দিয়ে! অসমীয়া হিন্দুৰ প্ৰাণ যেন কৃষ্ণত মগ্ন হয়।"

দাৰ্শনিকে যি দৰে ব্যক্তিত সমষ্টি, ক্ষুদ্ৰত মহৎ দৰ্শন কৰে, কলাকুশল লোকেও সেইদৰেই ব্যক্তিৰ জীৱনত সমষ্টিৰ জীৱন, ক্ষন্তেকৰ ঘটনাত চিৰকলীয়া সত্য দৰ্শায়। এই আদৰ্শত লেখক

যিমানেই আগবাঢ়ে তেওঁৰ সাহিত্যও সিমানেই মূল্যবান আৰু আদৰণীয় হয়। যুগমীয়া আৰু উৎকৃষ্ট সাহিত্যৰ এক প্ৰধান লক্ষণ হৈছে গোটেই মানৱ সমাজৰ প্ৰতি সহানুভূতি। বৰদলৈ-দেৱৰ উপন্যাসত এই আদৰ্শ আৰু এই সহানুভূতিৰ দ্বাৰা তেখেত অনুপ্ৰাণিত হোৱা দেখা যায়। উদাহৰণ স্বৰূপে কেইটিমান চিত্ৰ তলত দিয়া হ'ল। ঔপন্যাসিকৰ মতে জীৱনৰ মূল্য জন্মত, বাহ্যিক ৰীতি-নীতি পালন বা আচৰণত নিৰূপিত নহয়। প্ৰমাদ আৰু অসম্পূৰ্ণতাৰ কাৰণেও মানুহ ঘৃণনীয় নহয়, যিহেতু মানৱ জীৱনৰ এইবোৰ স্বাভাৱিক কথা। প্ৰমাদ আৰু অসম্পূৰ্ণ-তাৰ মাজত, বিপদ বিঘিনিৰ মাজত মানুহে যি সজ আকাঙ্ক্ষা আৰু সজ সঙ্কল্প মনত ৰাখিব পাৰে, যি সজ কৰ্ম্ম সম্পাদন কৰিব পাৰে, সেয়ে জীৱনৰ মূল্য নিৰ্ণয় কৰে। 'মনোমতী'ৰ পদুমী মানৰ তিৰোতা হোৱাত সমাজৰ চকুত পতিতা কিন্তু তাই স্বজাতিৰ মঙ্গল সাধিবলৈহে জীয়াই আছিল, আৰু উদ্দেশ্য সাধন হোৱাৰ পিচতেই মৃত্যু ৰবণ কৰিছিল. এই কথা জানিলে লোকে পদুমীক পতিতা নুবুলি দেবী বুলিহে পূজা কৰিব। শান্তিৰামে অন্তৰত বাসনা কামনা সকলো লুকাই থৈ বৈৰাগীৰ বেশ লৈছিল আৰু পদুমীৰ চিন্তাতেই তেওঁ দিন নিয়াইছিল; কিন্তু এই কপটতা বা অসম্পূৰ্ণতাৰ কাৰণে শান্তিৰাম ঘৃণনীয় নহয়। তেওঁ কাৰো অনিষ্ট সাধন কৰিবলৈ বৈৰাগী ভাও লোৱা নাছিল, বৰং নিজৰ দুখ কষ্ট লুকাই ৰাখি আনৰ হিতহে সাধিছিল। পমিলাই শান্তিৰাম আৰু মান-সেনাপতিৰে ৰং ধেমালি কৰিছিল আৰু মুকলিমূৰীয়া কৈ মিলিছিল বুলিয়ে তেওঁক পতিতা বুলিব

নালাগে। কাৰণ, তেওঁ ত্যাগৰ আদৰ্শ আৰু সজ সঙ্কল্প লৈ চলিছিল আৰু এই পথত কৃতকাৰ্য্য হবলৈ আৱশ্যক বুজি ছল বল আৰু কৌশল প্ৰয়োগ কৰিছিল। মনোমতী লক্ষীকান্তৰ প্ৰতি অনুৰক্তা হৈছিল, তাৰ উপৰি ধৰ্ম্ম-পিতৃমাতৃৰ অজ্ঞাতে লক্ষীকান্তৰ সৈতে মিল হৈছিল। ইয়াক বিশেষ গৰ্হিত আচৰণ বুলি ধৰিলেও মনোমতীৰ একনিষ্ঠ ভাব আৰু তাৰ ফলত উদ্ভৱ হোৱা তেওঁৰ অসীম সাহটোহে লক্ষণীয় বিষয় হৈ পৰিছে। লক্ষ্মীকান্তই মানৰ আক্ৰমণ ৰূপ বিপদ আগত লৈ সৈন্য গোটাবলৈ যোৱাৰ ছলেৰে পিতৃৰ অজ্ঞাতে পিতৃৰ চিৰশত্ৰু চণ্ডী বৰুৱাৰ ধৰ্ম্মীয়া জীয়েক মনোমতীৰে মিল হোৱাত দুৰ্ব্বলতা প্ৰকাশ কৰিছে আৰু কৰ্ত্তব্যত ত্ৰুটী কৰিছে। কিন্তু বৰদলৈ-দেৱে দুই পক্ষৰ পৰা লক্ষীকান্তক সমৰ্থন কৰিছে! লক্ষীকান্তই ডেকাকালৰ স্বাভাৱিক অৱস্থা এটাকে লাভ কৰিছিল; ইয়াৰ উপৰি তেওঁ এইটোও ভাবিছিল যে যদি চণ্ডী বৰুৱাৰ তালৈ যোৱাৰ পৰা মিল হোৱা সম্ভৱ হয়, তেনেহলে দেশ ৰক্ষাত বিশেষ সহায় হব।

বৰদলৈদেৱৰ আৰু এক বিশেষত্ব এই যে তেখেতৰ উপন্যাস-বোৰত জীৱনটো সম্পূৰ্ণ ভাবে দেখুৱা হৈছে। ইয়াৰ লগে লগে ঘটনাৰ পৰিবেষ্টনীবোৰ বিষদ ভাবে বৰ্ণোৱা হৈছে—প্ৰাকৃতিক দৃশ্য, স্থান, মানুহৰ ৰূপ, অলঙ্কাৰ, বাসঘৰ আদিৰ বৰ্ণনা বিষদ ভাবে দিয়া হৈছে। এইবোৰ বৰদলৈদেৱৰ অতীতৰ হুবহু চিত্ৰ আকি তোলা বিষয়ত আন্তৰিকতা আৰু ভাব আৰু ঘটনা পৰিস্ফূট কৰাত বিশেষ আৱশ্যকীয় বাহ্য দৃশ্য চিত্ৰণত বিশেষ দৃষ্টিৰ প্ৰমাণ দিয়ে।

কিন্তু এই কথা কব লাগিব যে বৰদলৈদেৱে উপন্যাসবোৰত অতীতৰ চিত্র দিবলৈ যাওঁতে আৰু সন্নিবিষ্ট ঘটনাবোৰ বিশেষ পৰিস্ফুট কৰিবলৈ যাওঁতে ঠায়ে ঠায়ে আঁতৰি বিষয়ান্তৰত প্ৰবেশ কৰিছে। "নিৰ্ম্মল ভকত" খনিৰ শেষ ছোৱাত সেই কালৰ মানুহৰ সন্দেহ, বিশ্বাস আৰু শিক্ষা সম্বন্ধে কিছু পৰিচয় পালেও উপন্যাসৰ মূল বিষয়ৰ পৰা আতৰি যোৱা হৈছে। সেইছোৱা ধৰ্ম্ম শাস্ত্ৰৰ ভিতৰুৱা বুলি ধৰিব পাৰি। ইয়াত গুৰুকৰণৰ আৱশ্যকতা, গুৰুৰ পৰিচয়, প্ৰায়শ্চিত্ত তত্ব, দক্ষিণাৰ অৰ্থ, ব্ৰাহ্মণৰ পৰিচয়, ব্ৰহ্মচৰ্য্যতত্ব, গাৰ্হস্থ্য আৰু কেৱলীয়া জীৱনৰ পাৰ্থক্য, সপোন আৰু দিঠকৰ প্ৰভেদ, নিত্যক্ৰিয়াৰ আৱশ্যকতা আদি-বোৰৰ বিশেষ আলোচনা আছে। এইবোৰে ঔপন্যাসিকৰ নিজৰ ধৰ্ম্ম বিশ্বাস আৰু তত্বজ্ঞান স্পৃহাৰহে পৰিচয় দিছে। সেইদৰে 'তাম্ৰেশ্বৰী মন্দিৰ'ত ঈশ্বৰৰ স্বৰূপ আৰু তেওঁক প্ৰাৰ্থনা কৰাৰ উপায়বোৰৰ বিষয়ে আলোচনাত অত্যুক্তি দোষ ঘটা যেন দেখি। তান্ত্ৰিক যোগবলৰ প্ৰতি ঔপন্যাসিকৰ আস্থাও ইয়াতে দেখা যায়। যদিও বৈষ্ণৱ ধৰ্ম্মৰ উচ্চতা ইয়াত দেখুৱা হৈছে, তথাপি সকলো ধৰ্ম্মই যে একে ঠাইলৈকে নিয়ে তাকো ঔপন্যাসিকে কৈছে। বৈষ্ণৱীয়ে ধনেশ্বৰক ঈশ্বৰৰ স্বৰূপ বুজাবলৈ যি পদ গাইছে সি ধনেশ্বৰৰ দৰে লোকৰ দুৰ্ব্বোধ্য; কিন্তু তথাপি তাত ধনেশ্বৰে নুবুজা বুলি কোৱা নাই। সি কেৱল কৃষ্ণৰ প্ৰতি আৰু পুৰণি সাহিত্যৰ প্ৰতি ঔপন্যাসিকৰ অনুৰাগহে প্ৰকাশ কৰিছে। "ৰহদৈ লিগিৰী"তো ঠায়ে ঠায়ে তত্ব আলোচনাৰ আধিক্য দেখা যায়। ষট্‌চক্ৰ তত্ব, কুণ্ডলিনী তত্ব ইত্যাদি হঠ-

যোগৰ কথাত ঔপন্যাসিকৰ বিশেষ পৰিচয় আৰু ৰাপ দেখা যায়। কিছুমান কথা সাধাৰণৰ মনত অসম্ভৱ বোধ হলেও বিশেষজ্ঞৰ মনত অসম্ভৱ নহয়, ইয়াকে দেখুৱাবলৈ মূল তত্ববোৰৰ আলোচনাত প্ৰবৃত্ত হলে সি ভিন শাৰীৰ গ্ৰন্থৰ ভিতৰুৱা হৈ পৰেগৈ! 'ৰঙিলী'ত "অসমীয়াৰ বিহু কি" বোলা অধ্যায়ত বিহু সম্বন্ধে এটি সুন্দৰ প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে। বিহুৰ পৰিবেষ্টনীৰ মাজত বিশেষ বিশেষ পাত্ৰ বা চৰিত্ৰ প্ৰকাশ কৰা উপন্যাস খনিত বিহু সম্বন্ধে বেলেগ বিৱৰণ নিদিলেও ইয়াৰ কোনো অঙ্গ অসম্পূৰ্ণ নাথাকিলহেঁতেন। কিন্তু তেখেতে ইয়াত ইয়াকে দেখুৱাবলৈ চেষ্টা কৰিছিল যে বিহু উৎসৱ সম্বন্ধে কিছুমান লোকৰ যে বেয়া ধাৰণা আছে সি প্ৰকৃততে অমূলক।*

---

*বৰদলৈদেৱৰ উপন্যাসবোৰৰ সম্বন্ধে কিছুমান কথা তেখেতৰ নিজৰ চিঠি এখনৰ পৰা জানিব পাৰি। এই চিঠিখনি তেতিয়াৰ কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়াৰ অধ্যাপক শ্ৰীতীৰ্থনাথ শৰ্মা দেৱলৈ লিখা হৈছিল। দুৰ্ভাগ্যবশতঃ চিঠিখনিৰ এক অংশ হেৰাল। যি আছে তাকে তলত দিয়া হ'ল।

উজান বজাৰ
গুৱাহাটী
৫।১২।৩৮

শৰ্মাদেৱ,

আপোনাৰ চিঠি পালোঁ। মোৰ উপন্যাস—এই বিলাক।

১। মিৰি জীয়ৰী—১৮৯৫ খৃষ্টাব্দত বৰপেটাত নায়েবে চকৰ মুৰোতে দুৰাতিৰ ভিতৰত লেখোঁ। উত্তৰ লক্ষীমপুৰত চব-ডেপুটী কলেকটৰ থাকোতে মিৰিহঁতৰ আচাৰ প্ৰণালী শিকিছিলোঁ। Sir E.A. Gaiti Ethnographic প্ৰবোচনাত Hill Miriএ যে guilty coupleক

মাৰি পেলায় সেইটো শুনিছিলোঁ। Storyটো original আৰু কল্পনা-মূলক। কাৰো পৰা কোনো idea লোৱা নাই।

২। মনোমতী উপন্যাস ১৯০০ খৃঃত বৰপেটাত লিখো। চণ্ডী বৰুৱাৰ locality Gait ছাহাবৰ প্ৰেৰণাত investigate কৰোঁ। মানৰ invas-sion আৰু চণ্ডী বৰুৱাক মৰাটো traditional—বাদ বাকী সমস্ত কল্পনা।

৩। দন্দুৱা দ্ৰোহ উপন্যাস ১৯০৯ খৃঃত চপাও। সমল গোটাইছিলো—পাটিদৰঙত তহচিলদাৰ হৈ থাকোতে। Historical-traditional imagination all used. An original novel depicting Kamrup's struggle against Barphukan.

৪। ৰঙিলী—নগাওত ১৯১০ খৃঃত E. A. C. হৈ থাকোতে আধা লিখা কৰি পেলাই থও। পিছত ১৯২৫ খৃঃত বাকীখিনি লিখি ১৯২৫ খৃঃত ছপাওঁ। ইয়াৰ মূল পূৰ্বণি অসমৰ ৰীতি-নীতিত আহোম বুৰঞ্জীত কল্পনাৰ ৰহণ। ই কাৰো আদৰ্শত লিখা নাই, কিন্তু অসমৰ পূৰণি ৰীতি-নীতি বুৰঞ্জী, বিশেষ মানৰ দিনৰ কথা সৰ্ব্বসাধাৰণৰ মাজত সিচৰতি কৰাৰ লগে লগে এক্ৰেৰা mysticism লৈ যোৱা হৈছে।

৫। নিৰ্ম্মল ভকত—ইয়াত Tennysonৰ Enoch Ardenৰ ছাঁ আছে। কিন্তু বুৰঞ্জীমূলক কল্পনা আছে।"

বাকী ডোখৰত আন কথাৰ লগতে এইটোও আছিল যে ৺বৰদলৈদেৱ কলিকতাত বি, এ, মহলা দি অসমলৈ ঘূৰি অহাৰ সময়ত ৺ৰমাকান্ত বৰকাকতীৰ ওচৰত বিদায় লবলৈ যাওঁতে ৺বৰকাকতীয়ে তেখেতক সুধিছিল, অসমলৈ গৈ তেওঁ কি কৰিব। তেতিয়া তেখেতে কৈছিল যে তেখেতে বঙ্গৰ বঙ্কিমচন্দ্ৰৰ দৰে কিছুমান উপন্যাস লিখিব। তেতিয়া ৺বৰকাকতীয়ে আকৌ কৈছিল বোলে চাবা যাতে উপন্যাস পঢ়ি লৰাবোৰ অনাচৰীয়া বিজাতৰীয়া নহয়। ইয়াৰ উত্তৰত বৰদলৈয়ে হেনো কৈছিল বোলে তেওঁ কেতিয়াও তেনে নকৰে, বৰং পাঠকক ধৰ্ম্মৰ আদৰ্শলৈ হে টানিব।

## তৃতীয় অধ্যায়

# উপন্যাস সমূহৰ মূল ঘটনা

## মিৰি জীয়ৰী

সোৱনশিৰি নৈৰ পাৰৰ মিৰি গাৱঁৰ তামেদ আৰু নিৰমাৰ এটি মাত্র জীয়াৰী পানেই। সৰুৰে পৰা জঙ্কি নামৰ এটি লৰাৰে সৈতে তাই উঠোতে বহোতে, বিহু নাচোঁতে সকলোতে একেলগে ডাঙৰ দীঘল হব লগা হৈছিল আৰু স্বাভাৱিকতে দুয়োৰে ভিতৰত সদ্ভাৱ বা প্ৰীতি ভাৱ স্থাপিত হৈছিল। জঙ্কিয়ে এদিন বিয়াৰ প্ৰস্তাৱ কৰাত পানেয়ে কৈছিল যে বাপেক মাকৰ সন্মত হলেহে তাই বিয়া সোমাব পাৰিব। প্ৰকৃততে পানেয়ে জঙ্কিক পাবলৈকে কামনা কৰিছিল আৰু সিহঁতে কাসিং-কাৰ্টাং দেৱতাক সাক্ষী কৰি প্ৰতিজ্ঞাবদ্ধও হৈছিল। ইফালে পানেইৰ বাপেকে কমুদ নামে আন এটা ধনী মানুহৰ লৰালৈ পানেইক বিয়া দিয়াৰ বন্দোবস্ত কৰিলে—আৰু কমুদক ঘৰতে ৰাখিলে। পানেয়ে আন কোনো উপায় নাপাই জাঙ্কৰে সৈতে পলাই গ'ল। বাপেকে গাৱঁৰ আন কিছুমান মানুহৰে সৈতে বিচাৰি গৈ দুয়োকো হাবিৰ মাজত ধৰি পানেইক লৈ আহে আৰু জঙ্কিক যথেষ্ট অপমান কৰি শেষত তাৰ বিৰুদ্ধে গোচৰ উপস্থিত কৰে। গোচৰত তামেদ আৰু নিৰমাই জঙ্কিক ৰাখিবলৈ স্বত্ব পায়। কিছুদিন থকাৰ পিচত পানেই আকৌ পলাই যায়। বাপেক

মাকে আকৌ জঙ্কিক ধৰেগৈ। কিন্তু সেইবাৰ জঙ্কিয়ে জীৱন মৰণ পণ কৰি পানেইক বিচাৰি যায়। বাপেক মাকেও কয় যে এইবাৰ পানেইক জঙ্কিলৈকে দিব। দুৰ্ভাগ্যবশতঃ হাবিয়ে হাবিয়ে যাওঁতে জঙ্কি আৰু পানেই দুয়োকে দুজোৰা পৰ্ব্বতীয়া গাচীমিৰিয়ে বন্দী কৰি লৈ যায়। দুয়ো দুয়োকে দেখে, কিন্তু লগ হোৱাৰ কোনো সুবিধা নাই। এদিন ৰাতি জঙ্কি পানেইৰ ওচৰলৈ মনে মনে আহি কথা-বতৰা হৈ দুয়ো ওলাই ভৈয়ামলৈ যাবলৈ আয়োজন কৰোঁতেই গাচী মিৰিহঁতে সিহঁতক ধৰে। শেষত বিচাৰ কৰি দোষী সাব্যস্ত কৰি দুয়োকে একেলগে বান্ধি হাতে ভৰিয়ে শলা মাৰি সোৱণশিৰি নৈ'ত পেলাই দিয়ে।

"মিৰি জীয়ৰী" বুৰঞ্জীমূলক উপন্যাস কেইখনিৰ বাহিৰে ই এখন সামাজিক উপন্যাস আৰু বৰদলৈদেৱৰ প্ৰথম প্ৰয়াস। ইয়াত বিশেষকৈ মিৰি সমাজৰ এটি চিত্ৰ দিয়া হৈছে। সোৱণশিৰি নৈৰ পাৰত, প্ৰকৃতিৰ সীমাহীন সৌন্দৰ্য্যৰ মাজত, প্ৰকৃতিসন্তৰ, মুকলিমূৰীয়া, উৎসৱপ্ৰিয়, সবল আৰু সাহসী মিৰিসকলৰ গাওঁ। ডেকা আৰু গাভৰু মিলি তাত নিঃসঙ্কোচে ৰং ধেমালি কৰে আৰু সিহঁতৰ মাজত ভাৱৰ আদান প্ৰদানো হয়। এনে অৱস্থাত কেতিয়াবা কোনো ডেকা গাভৰুৰ মাজত প্ৰণয় হোৱাটো স্বাভাৱিক। এনে প্ৰণয় পিতৃ-মাতৃৰ মতেৰে মিলিলে মঙ্গল আৰু নিমিলিলে বিষময়। কিয়নো প্ৰকৃতিৰ পূৰ্ণ প্ৰভাৱত থকা লোকৰ একুৰিয়া স্বভাৱ গঠিত হোৱাটো স্বাভাৱিক। প্ৰকৃতিৰ নিয়ম যিদৰে অলৰ অচৰ, তাৰ প্ৰভাৱত থকা লোকৰো সঙ্কল্প-বোৰ সেইদৰে অলৰ অচৰ হয়। পিতা-মাতায়ো নিজ মনৰ ভাৱ

কাৰ্য্যত পৰিণত নোহোৱাকৈ নেৰে আৰু ডেকা গাভৰুৰেও হাজাৰ ব্যৱধান থাকিলেও যালৈ মন বহে তাৰ পৰা কেতিয়াও নুঘূৰে। গতিকে বৈষম্য উপস্থিত হলেই তাৰ বিষম পৰিণতি হবই আৰু এক প্ৰকাৰে প্ৰকৃতিৰ প্ৰভাৱ প্ৰতিবিম্বিত হয়। ৰ'দ বৰষুণ বেলেগে বেলেগে তৰু-তৃণৰ ওপৰত পৰি সিহঁতৰ স্বৰূপ পৰিবৰ্ত্তন নকৰে—বিশেষৰূপে বঢ়ায়হে ঃ চন্দনক বৃষবৃক্ষ, বৃষবৃক্ষক চন্দনত পৰিণত নকৰে। সেইদৰে প্ৰকৃতিৰ প্ৰভাৱত যদি মানৱ অন্তৰত স্বৰ্গীয় প্ৰেম উদয় হব পাৰে, তেনেকৈ নিষ্ঠুৰতাও উদয় হব পাৰে। মিৰি জীয়ৰীত এই দুয়োটা প্ৰভাৱেই ভৈয়ামৰ মিৰি আৰু গাচী-মিৰিত দেখা যায়। গতিকে মিৰি সমাজত আৱদ্ধ থাকিলেও প্ৰকৃতিৰ প্ৰভাৱৰ পিনে চালে ইয়াক সাৰ্ব্বজনীন সম্পদ বুলিব পাৰি। প্ৰধান নায়ক নায়িকা, জাঙ্কি আৰু পানেইৰ প্ৰেমৰ আদৰ্শয়ো সাৰ্ব্বজনীন মূল্য বঢ়াইছে।

জনজাতীয় বিষয়বস্তু অৱলম্বন কৰি জনজাতীয় চৰিত্ৰৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰি বৰ্ত্তমান যুগত লিখা গ্ৰন্থৰ ভিতৰত ৺ৰৰদলৈ-দেৱৰ মিৰি জীয়ৰীয়েই প্ৰথম। নগাজাতিৰ পৰা ৺পদ্মনাথ গোহাঞি বৰুৱাদেৱে জয়মতীত ডিমু আৰু লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ জয়মতী কুঁৱৰীত ডালিমী চৰিত্ৰৰ অৱতাৰণা বিশেষ উল্লেখযোগ্য। পিছৰ কালত শ্ৰীদৈৱচন্দ্ৰ তালুকদাৰে 'অপূৰ্ণ' উপন্যাসত মিকিৰ সমাজৰ কথা অৱতাৰণা কৰিছে। ৺কমলানন্দ ভট্টাচাৰ্য্যৰ নগাকোঁৱৰ আৰু শ্ৰীসুৰেশ গোস্বামীৰ কণুমী নাটকত নগা আৰু ডফলা জীৱন অঙ্কিত হৈছে।

---

# মনোমতী

মনোমতী কামৰূপৰ বৰনগৰীয়া চণ্ডী বৰুৱাৰ ধৰ্ম্মীয়া জীয়েক। বৰপেটাৰ কীৰ্ত্তনঘৰত দৌলোৎসৱৰ সম্মিলনত যুগীৰ পামৰ উজনীয়া হলকান্তৰ পুত্ৰ লক্ষীকান্তৰ সৈতে মনোমতীৰ প্ৰথম দেখা-দেখি হয় আৰু সেই ক্ষনৰ পৰাই দুয়ো দুয়োৰে প্ৰতি অনুৰক্ত হয়। এয়ে পূৰ্ব্বৰাগৰ সূচনা। কিন্তু নায়ক নায়িকাৰ মিলন পথৰ বাধা বৰ ডাঙৰ; কিয়নো মনোমতীৰ ধৰ্ম্ম-পিতৃ চণ্ডী বৰুৱা আৰু লক্ষীকান্তৰ পিতৃ হলকান্তৰ ভিতৰত বিষম বিবাদ চলি আছিল। তথাপি মনোমতীৰ মনোভাৱ তেওঁৰ সঙ্গিনী পমিলাই জানিব পাৰি নিজৰ চেষ্টা আৰু শান্তিৰাম ভকতৰ সহায়ত চণ্ডী বৰুৱাৰ ঘৰত সদৰীকৈ নহলেও দুয়োৰে ভিতৰত প্ৰথম মিলন ঘটায়। কিন্তু সকলো মীমাংসা সিমানতে হৈ উঠা নাছিল। বিধিৰ কঠোৰ বিধানত প্ৰথম মিলনক্ষণৰ আনন্দৰ মাজতে আন অলেখ অসমীয়াৰ লগতে লক্ষীকান্ত, মনোমতী, পমিলা, শান্তি আদি সকলো মদোন্মত্ত মানৰ হাতত বন্দী হয়। এইদৰেই নায়ক নায়িকাৰ বিচ্ছেদ হয়। ইফালে হলকান্তই তেওঁৰ শত্ৰু চণ্ডী বৰুৱাৰ প্ৰতি হিংসা লবলৈ উত্তম সুযোগ লাভ কৰা বুলি মানৰ সঙ্গ লয়। মানৰ সৰ্ব্বগ্ৰাসী উদ্দেশ্যত সহায়ক হৈ হলকান্তই অশেষ অপকাৰ সাধি শেষত পুতেক লক্ষীকান্তক মানৰ বন্দীশালত দেখি মোকোলাবলৈ অনুৰোধ কৰি যেতিয়া মানৰ হাতত লাঞ্ছিত হল তেতিয়াহে নিজৰ দোষ ধৰিব পাৰিলে, শত্ৰুৰ সঙ্গ লৈ দেশদ্ৰোহ আচৰণ কৰাৰ অনুতাপ অগ্নি

জ্বলি উঠিল। কিন্তু তেতিয়া প্ৰতিকাৰৰ সময় উকলি গৈছিল— নিজৰ পাপ স্খলনৰ একো উপায় নাছিল। এনে অৱস্থাতে মান সেনাপতি মিঙ্গিমাহাই তিৰোতা কৰি লোৱা পদ্মমী নামে এগৰাকী বন্দিনীৰ সহাযত আৰু পমিলাৰ চাতুৰীত পমিলা, মনোমতী, লক্ষীকান্ত, হলকান্ত, শান্তিৰাম আদিয়ে মইনবৰিৰ মানৰ বন্দীশালৰ পৰা সাৰি যায়। ইফালে মানে ইংৰাজ ৰাজ্যৰ সীমাৰ ভিতৰ সোমাওঁতেই ইংৰাজে মানক খাস্তাং কৰি মানৰ হাতৰ পৰা অসমদেশ উদ্ধাৰ কৰে আৰু অশেষ দুঃখ কষ্টৰ অন্তত মনোমতী আৰু লক্ষীকান্তৰ নিয়ম মতে বিবাহ হয়।

'মনোমতী'ক আশ্ৰয় কৰি বৰদলৈদেৱে সেই কালৰ অসমৰ ৰাজনৈতিক আৰু সামাজিক দুৰৱস্থাৰ কথা ভালকৈ বৰ্ণাইছে। ৰজা চন্দ্ৰকান্তৰ দিনত পূৰ্ণানন্দ বুঢ়াগোহাই আৰু বদনচন্দ্ৰ বৰফুকনৰ ভিতৰত হোৱা কন্দলে গোটেই দেশখনতে বিবাদৰ অগ্নি জ্বলাইছিল। ডা-ডাঙৰীয়াৰ মাজত মিলাপ্ৰীতিৰ ভাব সমূলি নাইকীয়া হৈছিল—পৰশ্ৰীকাতৰতাই দেশক মলিন কৰি পেলাই-ছিল। হলকান্ত আৰু চণ্ডী বৰুৱাৰ বিবাদ ইয়াৰ এক নিদৰ্শন। বৈষ্ণৱ-প্ৰধান অসমীয়া সমাজ বিশুদ্ধ বৈষ্ণৱ ধৰ্ম্মৰ আদৰ্শৰ পৰা কিমান দূৰ অধঃপতিত হৈছিল বৰপেটাৰ কীৰ্ত্তন ঘৰৰ বৰসবাহৰ দ্বন্দ্ব খৰিয়ালেই তাক দেখুৱায়।

উল্লিখিত অৱনতিৰ কাৰণেহে যে মানে অসম দেশ চাৰখাৰ কৰিব পাৰিছিল এই কথা উপন্যাসখনিত উৎকৃষ্টৰূপে প্ৰকাশ পাইছে। নহলে, সাহে-পিতে, বলে-বীৰ্য্যে বুদ্ধিয়ে-কৌশলে অসমীয়া সেই কালত মানতকৈ কোনো গুণে হীন নাছিল।

মানৱ হাতত অপমানিত হৈ অকলসৰে মান সেনাপতিৰ আগতে দুৰ্দ্দান্ত মানবীৰৰ বুকত গোৰ বহুৱাই পানীত পেলাব পৰা হলকান্ত, অসজ্জিত অৱস্থাত হঠাত আক্রমণত পৰি কেইবাটিও পৰক্রমী মান-সেনা একহাতে বধ কৰিব পৰা লক্ষীকান্ত, বীৰৰ দৰে নিজ মনোভাব ব্যক্ত কৰি মানৰ হাতত প্ৰাণ হেৰুৱা চণ্ডী বৰুৱা আদি পুৰুষ, আৰু শত্ৰুৰ হাতত পৰিও স্বজাতিৰ হিত সাধিব পৰা পদুমী, পমীলা, আৰু লাজকুৰীয়া হলেও নিজ মৰ্য্যাদা ৰক্ষাৰ্থে মিঙ্গিমাহাকো স্তব্ধ কৰিব পৰা মনোমতী আদি তিৰোতাসকল যি সমাজৰ ভিতৰুৱা সেই সমাজত কেৱল একতাৰ বান্ধ থকা হলেই যে মানে অসমৰ চাৰিসীমাত ভৰি দিব নোৱাৰিলেহেঁতেন সি ধ্ৰুৱ।

"মনোমতী"ত সন্নিবিষ্ট ওপৰত উল্লেখ কৰা স্ত্ৰী-পুৰুষ সকলে এপিনে যিদৰে পুৰণি অসমৰ এটি চিত্ৰ দিছে সেইদৰে এই বোৰে উপন্যাসৰ ঘটনা সম্পূৰ্ণ কৰাত বিশেষ সহায় কৰিছে। উপন্যাসৰ প্ৰধান লক্ষণ এয়ে যে ইয়াত এটি মাথোন মূল ঘটনা থাকে আৰু আন কিছুমান সৰু সৰু ঘটনা থাকিলেও সেইবোৰ মূল ঘটনাৰে সৈতে জড়িত থাকে আৰু মূল ঘটনা প্ৰকাশৰ সহায়ক হয়। উপন্যাসত বহুত নায়ক নায়িকা থাকিলেও প্ৰত্যেকৰে বৈশিষ্ট্যই আনটিক ফুটাই তোলাত সহায় কৰে। "মনোমতী" উপন্যাসত মনোমতীৰ চৰিত্ৰকে কেন্দ্ৰ কৰা হৈছে। সহচৰী পমীলা, প্ৰণয়, বিৰহ আদি সকলোতে থাকি মনোমতীকে ব্যক্ত কৰিছে, তেওঁৰে আশা নিৰাশাৰ পথত সহায় হৈছে। লক্ষীকান্ত মনোমতীৰ প্ৰণয়াসক্ত। কিন্তু মিলনৰ বাধা দুৰ্লঙ্ঘ্য।

এই প্ৰসঙ্গতে হলকান্ত চণ্ডী বৰুৱা আদিৰ বিবাদ উল্লিখিত হৈছে। লক্ষীকান্ত আৰু মনোমতীৰ প্ৰথম মিলন ঘটাবৰ কাৰণে শত্ৰুৰ হাতৰ পৰা উদ্ধাৰ কৰিবৰ কাৰণে আৰু বিবাহ সমাধা কৰিবৰ কাৰণে শান্তিৰাম ভকতৰ দৰে ঘটক সৃষ্টি কৰিব লগা হৈছে। কেৱল শান্তিৰামৰ দ্বাৰা প্ৰবল পৰাক্ৰমী মানৰ বন্দী, সৰুৱা অসম্ভৱ গতিকে অনাথ চৌধুৰীৰ দৰে প্ৰভাৱশালী আৰু দয়ালু লোকৰ অৱতাৰণা কৰিব লগা হৈছে। পত্নীৰ দৰে বুদ্ধিমতী তিৰোতা নহলে, বিশেষকৈ মিঙ্গিমাহাৰ প্ৰিয়া নহলে শান্তিৰাম আদি কাৰো উদ্ধাৰ সাধন সম্ভৱ নহলহেতেন; আৰু পমীলা, মনোমতীৰো মৰ্য্যাদা ৰক্ষা নপৰিলহেতেন। মিঙ্গিমাহা, বন্দুলা, পৰীয়া, আৰু মিঙ্গিমাহা, পমীলা, মনোমতীৰ কথা বতৰাত মনোমতী আদিয়ে কেনে নৰপিশাচৰ মাজত দিন কটাব লগাত পৰিছিল, আৰু তাৰ বাবে কিমান সতৰ্কতাৰ আৱশ্যক হৈছিল তাৰ সন্দেহ পোৱা যায়। চণ্ডী বৰুৱা আৰু হলকান্তৰ ঘৰৰ চিৰকলিয়া বিবাদ ভেদ কৰি মনোমতী আৰু লক্ষীকান্তৰ বিবাহ ঘটাবৰ কাৰণে জটীয়া বাবাজীৰ দৰে আধ্যাত্মিক জ্ঞানসম্পন্ন লোকৰ আৱশ্যক হৈছিল। এইদৰে উপন্যাস খনিৰ সকলো কথাই যি কোনো প্ৰকাৰেই মনোমতীত কেন্দ্ৰীভূত। গতিকে গ্ৰন্থখনিৰ নাম 'মনোমতী' ৰখা উপযুক্ত হৈছে।

## বহদৈ লিগিৰী

উজনীৰ মাজুলীৰ কমলাবাৰী গাৱঁত সোণাৰি কলিতা ৰতিকান্ত আৰু কমলাৰ ঘৰত বহদৈৰ জন্ম হয়। ওচৰৰে ধনীৰাম

মেধিৰ লৰা দয়াৰামে মাহীমাক সুভদ্ৰাৰ কঠোৰ শাসনত দিন কটাইছিল। এই দয়াৰাম আৰু ৰহদৈৰ মাজত প্ৰীতিভাৱ হৈছিল। বিহুত দুয়ো একেলগে নাচিছিল। সেই সময়ৰ ৰজা চন্দ্ৰকান্তৰ হাউলিত দুৰ্গোৎসৱ চাবলৈ গৈ ৰহদৈ ৰজাৰ নজৰত পৰে আৰু ৰহদৈক ইচ্ছাৰ বিৰুদ্ধে ৰজাৰ লিগিৰী কৰা হয়। দুৰ্গোৎসৱৰ পৰা ঘূৰি আহিয়েই দয়াৰামে ৰহদৈক বিবাহ প্ৰস্তাৱ জনাইছিল আৰু ৰহদৈয়েও দয়াৰামকে অন্তৰত স্বামীহৰণ কৰিছিল।

ৰজাই ৰহদৈক নিয়াৰ পিচতেই দয়াৰাম মনৰ বেজাৰত নিৰুদ্দেশ হয়। ৰজাই ৰহদৈক নিজৰ ৰাণী কৰিবলৈ বৰ ইচ্ছা কৰিছিল। কিন্তু ৰহদৈৰ অনিচ্ছাত, ৰাজমাও আইকুৱঁৰীৰ অসন্মতিত সি হৈ উঠিব পৰা নাছিল। অৱশেষত ৰাঙলি বাহৰত বদন বৰফুকনৰ হতুৱাই নি ৰহদৈক বিয়া কৰাই সৰু ৰাণী কৰি তাতে ৰাখিবৰ মনকৰি ৰহদৈক তালৈ নিয়ে ইফালে ৰূপসিং বঙালৰ হতুৱাই ৰাজমাৱে বদনক হত্যা কৰোৱাত ৰজা আকৌ কাৰেঙলৈ ঘূৰি আহে। দাসী আদিৰে ৰহদৈক ৰাঙলিতে ৰাখে। তাতে ৰহদৈয়ে দয়াৰামৰ গীত শুনি 'হিষ্টিৰিয়া' ৰোগত পৰে। দয়াৰামে সকলো বাতৰি পাই বেজৰ ভাও জুৰি ৰহদৈৰ সৈতে দেখা কৰি পৰিচয় দিয়ে। ভানুদাসীয়ে বেজৰ বেহ-ৰকম গুপুতে চাই থাকি ৰাজমাওলৈ বাতৰি পঠোৱাত ৰজাই জানিব পাৰি বিচাৰ কৰাই দুয়োকো মুক্তি দিয়ে। কিন্তু ৰাজমাৱৰবৰফৰীয়া ৰজাৰ মোমায়েক বৰবৰুৱাই দয়াৰামক নগা-পাহাৰৰ পিনে পঠায় আৰু ৰহদৈক ৰূপসিঙত বিয়া সোমাবলৈ

কয়। ৰহদৈয়ে ৰূপসিঙৰ জাল কাটি ব্ৰহ্মপুত্ৰ পাৰ হৈ নিজ ঘৰত ওলায়গৈ। ৰহদৈ জাতিভ্ৰষ্টা বুলি উদ্ধাৰ নেপালে। ইতিমধ্যে মাউৰত ৰহদৈৰ মাক ভায়েকৰ মৃত্যু হ'ল। নিৰাশ্ৰয় হৈ দয়াৰামৰ পিতৃ ধনীৰামৰ ঘৰত ৰহদৈয়ে আশ্ৰয় লয়। তাৰ পৰা ৰহদৈক নিবলৈ ৰূপসিঙে চাওঁদাং পঠায়। ৰহদৈয়ে ছলকৰি ব্ৰহ্মপুত্ৰত জাপ দি বঙালৰ যুদ্ধ নিষ্ফল কৰে। ইফালে পিছ দিনাই—দয়াৰাম আহি বাতৰি পাই আকৌ নিৰুদ্দেশ হয়।

ৰহদৈ আহি অৱশ আৰু মৃতপ্ৰায় হৈ ককিলামুখৰ এক তান্ত্ৰিক সন্ন্যাসীৰ আশ্ৰমৰ ঘাটত লাগেহি। সন্ন্যাসী আগমানন্দই শুশ্ৰূষা কৰি ৰহদৈক ভাল কৰে। এই সন্ন্যাসীৰ পৰা দীক্ষা লৈ ৰহদৈ অদ্ভুত শক্তিৰ অধিকাৰিণী হয়। যোগ প্ৰভাৱত বৃদ্ধাৰূপ পায়। এই ৰূপতে ৰহদৈয়ে ভঙাৰজা চন্দ্ৰকান্তক, ৰাণীক, বহুত সহায় কৰে আৰু পুৰন্দৰ সিংহৰ আগতো নিজৰ মাহাত্ম্য প্ৰকাশ কৰে। চন্দ্ৰকান্ত আকৌ ৰজা হ'লত মানৰ অত্যাচাৰত পলাই গুৱাহাটী পায়গৈ; গোসাঞি মহন্ত সকলো গুৱাহাটীত বাহৰ আদি কৰি থাকেহি। ইফালে কৃষ্ণৰ দাসীয়ে পৰশুকুণ্ড দৰ্শন কৰি আহি বিশ্বনাথ, তেজপুৰ, মঙ্গলদৈ, ডুমনিচকী, মাধৱ, কেদাৰ, উত্তৰ গুৱাহাটী আদি ঠাইৰে কামাখ্যাত ৰৈছিলহি। তাতে কমলাবাৰি সত্ৰৰ বাহৰত কৃষ্ণ দাসীয়ে দয়াৰামক লগ পায় আৰু নিজৰ পৰিচয় দিয়ে। নানা আলোচনাৰ পিচত সিহঁতে দুয়ো দুয়োৰে পৰা বিদায় লয়।

---

# নির্ম্মল ভকত

ৰংপুৰৰ পানীদিহিং মৌজাত নির্ম্মলৰ জন্ম হয়। সৰুতে নির্ম্মলে অনিৰাম আৰু ৰূপহীৰে উমলিছিল। এদিন দৰা কইনা খেলত নির্ম্মল আৰু অনিৰাম দুয়েই ৰূপহীৰ দৰা হব খোজে। ৰূপহীয়ে সেই বৈষম্য ভাঙি কলে যে এবাৰ নির্ম্মল দৰা হওক, এবাৰ অনিৰাম দৰা হব। খেল ধেমালিৰ শিশু কাল উকলিল। যোগ্য ক'লত নির্ম্মলে ৰূপহীৰে আগেয়ে আলচ কৰি, ভাওনা ঘৰৰ পৰা ৰূপহীক পলুৱাই নি মাহীয়েকৰ আশ্ৰয়ত থাকি শেষত নিয়ম মতে বিয়া কৰায়। কিন্তু বেছি কাল বৈবাহিক জীৱন উপভোগ কৰিবলৈ নৌ পাওঁতেই মানৰ দ্বিতীয় বাৰৰ অসম আক্ৰমণত মানৰ বিৰুদ্ধে পূর্ণানন্দ বুঢ়াগোহাঞি ডাঙৰীয়াৰ ফলীয়া হৈ যুদ্ধ কৰি আন আন অসমীয়াৰ লগতে নির্ম্মলো মানৰ হাতত বন্দী হয় আৰু মানৰ লগুৱা হৈ মান দেশ পায় গৈ। তেওঁৰ নব বিবাহিতা ভাৰ্য্যা ৰূপহী আৰু মানৰ পৰিয়াল বৰ্গৰে নিজ জন্মভূমি এৰি সুদূৰ মান দেশত অভিশপ্ত বিৰহী যক্ষৰ দৰে দুখত খৰমৰাই অজানিত ভৱিষ্যতত পুনৰ্মিলনৰ দিন গণি আছিল। মিলনৰ আশা, মহাপুৰুষ গুৰু সকলৰ সুললিত ঘোষা পদ আদিয়েহে তেওঁক জীয়াই ৰাখিছিল।

পানীপিয়া চৰায়ে পানী পোৱাৰ দৰে নির্ম্মলৰ সুখৰ সপোন দিঠকত পৰিণত হ'ল। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে মানৰ পৰা অসম দেশ ললে; আৰু মানৰ সৈতে কৰা সন্ধিৰ মতে মান দেশত থকা অসমীয়া বন্দীবোৰে দেশলৈ ঘূৰি অহাৰ স্বত্ব

লাভ কৰিলে। প্ৰায় এযুগ ধৰি মান দেশত কটোৱাৰ পিচত নিৰ্ম্মলে হেপাহেৰে নিজ দেশলৈ ঘূৰি আহিল। কিন্তু নিৰ্ম্মলে পালেহি কি? তেওঁ এৰি থৈ যোৱা নদন বদন, লোক-পৰিপূৰ্ণ দেশখনিৰ পৰিবৰ্ত্তে শ্মশানতুল্য এখন ভিন দেশে যেন কঠোৰ হাঁহি মাৰি নিৰ্ম্মলৰ কামনাৰ প্ৰত্যুত্তৰ দিলে।

তেওঁ গাওঁখনিৰ, আত্মীয় পৰিয়াল, লগৰীয়া আৰু চিৰ কামনাৰ ৰূপহীৰ কোনো উৰা নেপালে। মান দেশৰ তেওঁৰ কাল্পনিক সুখৰ সপোনতকৈ এই দিঠকৰ সত্যৰ কিমান প্ৰভেদ! নিৰ্ম্মলে এগৰাকী বৃদ্ধৰ পৰা মানৰ হাতত ছেদেলি ভেদেলি হোৱা অসমীয়া লোক সমূহৰ সকলো বিৱৰণ শুনি আৰু ৰূপহীয়ে গঞাৰ দিহা মতে নিৰ্ম্মল মৰা বুলি অনিৰামলৈ বিয়া সোমোৱা কথা শুনি শোকত বিহ্বল হৈ পৰিল। কিন্তু গুৰুক সুঁৱৰি আৰু নামক সুঁৱৰি প্ৰাণ ধাৰণ কৰি থাকিল। তেওঁ কেৰলীয়া ভেশ ধৰি ভিক্ষা কৰাৰ ছলেৰে ৰূপহী অনিৰামৰ সংসাৰ চাই আহি লুকাই কান্দিলে। ৰূপহীৰ সংসাৰ সুখত বিষাদৰ কালিমা পৰে বুলি নিৰ্ম্মলে সমাহিত চিত্তে আত্মগোপন কৰি থাকিল। শেষত নিজ মনক কৃষ্ণত অৰ্পণ কৰি বিদেশলৈ যোৱা বাবে প্ৰায়চিত্ত হৈ দক্ষিণপাট সত্ৰৰ অধিকাৰ প্ৰভুৰ আগত সকলো বিৱৰণ কৈ তেখেতৰ পৰা বস্ত্ৰ লৈ কেৰলীয়া ভকত হৈ সত্ৰতে থাকিল। মৃত্যুৰ পিছত অনিৰাম ৰূপহীয়ে সকলো কথা জানি অন্ত্যেষ্টি ক্ৰিয়াত পৰম শ্ৰদ্ধাৰে যোগ দিয়ে আৰু তেওঁৰ প্ৰতি ভক্তিৰ চিন স্বৰূপ তেওঁৰ নামত কীৰ্ত্তনগৃহ নিৰ্ম্মাণ কৰি দিয়ে।

বৰদলৈদেৱে নিৰ্ম্মল ভকতৰ কাহিনীৰ আভাস বিখ্যাত ইংৰাজ কবি লৰ্ড টেনিছনৰ 'এনক আৰ্ডেন' বোলা কাব্যৰ পৰা লৈছে। এনকৰ মূল ঘটনা এই :—

কুমাৰী এনি-লি, কলৰ গৰাকীৰ লৰা ফিলিপ, আৰু অনাথ এনক আৰ্ডেন তিনিও সৰুতে সাগৰৰ পাৰৰ বালিত, উমলিছিল। সিহতৰ দৰা কইনা খেলিবলৈ ইচ্ছা হ'ল। কিন্তু এনক আৰু ফিলিপ দুয়োই দৰা হব খোজে। এনিয়ে মীমাংসা কৰিলে যে এদিন এনক আৰু এদিন ফিলিপ দৰা হব। শিশু জীৱনৰ অধ্যায় এইদৰে গ'ল। উপযুক্ত বয়সত এনিৰ এনকৰ সৈতে বিয়া হ'ল। সময়ত তিনিটি সন্তান জন্ম পালে। এনকৰ আৰ্থিক অৱস্থা ভাল নাছিল। এবাৰ তেও এনিৰ ইচ্ছাৰ বিৰুদ্ধেও জীৱিকাৰ বাবে সুদূৰ চীন দেশলৈ জলযাত্ৰা কৰিলে। চীন দেশৰ পৰা ঘূৰি অহাত জাহাজ বুৰি এনক আৰু দুজন যাত্ৰীৰে এটা জন-প্ৰাণীহীন সৰু দ্বীপত উঠেগৈ। লগৰ যাত্ৰী দুজনৰো মৃত্যু হোৱাত এনকে অকলে সেই দ্বীপত থাকিল। অৱশেষত এদিন এখন জাহাজে কুঁৱলিত পথৰ ভু হেৰুৱাই সেই দ্বীপত বলগৈ। জাহাজৰ লোক সকলৰ সহায়ত এনকে প্ৰায় দহ বছৰৰ পিছত নিজ দেশৰ ভূমিত ভৰি দিয়েহি। পাৰ উঠিয়ে তেওঁ তেওঁৰ প্ৰিয়তমা ভাৰ্য্যা আৰু সন্তান কেইটিক চাবলৈ বেগ দিলে কিন্তু তেওঁৰ আগৰ ঘৰ থকা ঠাইত এটি বস্তি জ্বলাও নেদেখিলে। তেওঁ দুখে বেজাৰে এটি পথিক থকা ঘৰত আশ্ৰয় ললেগৈ।

এনিৰনো কি হল চাবলগীয়া। এনক যোৱাৰ পিচৰ পৰা যদিও দুখে কষ্টে দিন কটাব লগা হৈছিল তথাপি এনিয়ে সদায়

এনক নিৰ্বিঘ্নে ঘূৰি অহাৰ সপোনকে দেখি আছিল। এনকৰ অনুপস্থিতিত হতাশ প্ৰেমিক ফিলিপে আগৰ বন্ধুত্বৰ আলম লৈ এনিৰ সৈতে ঘনিষ্ঠ সম্বন্ধ ঘটাই লৰা ছোৱালীক শিক্ষা দিয়াৰ পৰা সকলো প্ৰকাৰে সহায় কৰি থাকি অৱশেষত এনকৰ ঘূৰি অহাৰ আশা নাই বুলি বুজাই বিয়াৰ প্ৰস্তাৱ কৰিলে। এনিৰ ইচ্ছাৰ বিৰুদ্ধে হলেও অৱশেষত তেওঁ ঈশ্বৰক ধিয়াই ফিলিপক বিয়া কৰালে আৰু নিজৰ ঘৰ এৰি গল। ফিলিপৰ এটি ল'ৰাও জন্ম পালে। এনকে পৰিচয় নিদিয়াকৈ পথিক থকা ঘৰত থাকোতে সেই ঘৰ চলওঁতা মিৰিয়াম নামে এগৰাকী তিৰোতাই নানা প্ৰসঙ্গৰ মাজত এনি ফিলিপৰ কথা আৰু নাবিক পুত্ৰ এনক জাহাজ বুৰি মৰা আদি নানা কথা কয়। এই দৰে এনিৰ বাতৰি পাই এনকে এদিন চোৰৰ দৰে গৈ ফিলিপৰ চাউলিৰ দেৱালৰ ওচৰত থকা এডাল ঝাও গছৰ আঁৰৰ পৰা গোটেই পৰিয়ালটোৰ সুখৰ দৃশ্য চাই আছিল। সকলোৰে সুখ ভঙ্গ হয় বুলি আত্মগোপন কৰিয়ে থাকিল। লগে লগে এনক মৰ্মাহত হৈ অৱশ হৈ পৰিল। মিৰিয়ামক শপত খুৱাই এনকে আত্মপৰিচয় দি কৈ গ'ল যে তেওঁৰ মৃত্যুৰ পিছত যেন তেওঁৰ আশীৰ্ব্বাদ এনি আদি সকলোকে জনায়। শীঘ্ৰে এনকৰ মৃত্যু হ'ল। এনি ফিলিপ সকলোৱে এনকৰ কথা জানি অন্ত্যেষ্টি ক্ৰিয়া অতি শ্ৰদ্ধাৰে সমাধান কৰিলে।

অসমৰ ৰাজপাটত লৰা ৰজা ৺চন্দ্ৰকান্ত সিংহ। ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঞে বদন বৰফুকনক চক্ৰান্তকাৰী বুলি ধৰি আনিবলৈ মানুহ পঠোৱাত চন্দ্ৰকান্তৰ জীয়ৰী আৰু পূৰ্ণানন্দৰ

বোৱাৰী পিজৌ গাভৰুৱে পিতাকলৈ গোপনে সাৱধান হবলৈ লিখি পঠায়। বদনে উপাই নেপাই মনে মনে মান দেশলৈ গৈ মান আনে। অসমৰ সেনাই নাজিৰাৰ আগতে ভেটা দি যুঁজ দিয়ে। যুঁজত বুঢ়াগোহাঞিৰ পুত্ৰ চন্দ্ৰ গোহাঞিদেৱকে আদি কৰি বহুত অসমীয়া সেনা মৰে। এই সময়তে বুঢ়াগোহাঞিও মৰে। বহুত অসমীয়া সেনা বন্দী হয়। মানে বদনক এদিনিয়া অধিপতি কৰি থৈ যায়। বদনে এতিয়া বুঢ়াগোহাঞি ফৈদৰ লোক সকলৰ ওপৰত অত্যাচাৰ কৰিব ধৰিলে। ৰাজমাও আছিল বুঢ়াগোহাঞি ফলীয়া। তেওঁ ৰূপসিং নামে বঙাল এজনৰ হতুৱাই বদনক গুপ্তভাবে হত্যা কৰায়। বুঢ়াগোহাঞিৰ পুত্ৰ ৰুচিনাথে ৰাজেশ্বৰ সিংহৰ বংশৰ পুৰন্দৰ সিংহক ৰজা পাতিবলৈ ৰংপুৰলৈ লৈ আহিল। ৰজা চন্দ্ৰকান্তই ভয়তে লুকু ডেকা ফুকনক নগৰ গতাই দি পলাই গ'ল। ডেকা ফুকন আৰু ৰুচিনাথৰ ৰণ হয় আৰু ৰণত ডেকা ফুকন মৰে। ৰুচিনাথে ১৭৩৮ শকত পুৰন্দৰ সিংহক যুৱৰাজ পাতি চন্দ্ৰকান্তক মহাৰাজ পাতিব বুলি ছল কৰি মাতি পঠালে। চন্দ্ৰকান্ত নহাত পুৰন্দৰকে ৰজা পতা হয়। ৰুচিনাথৰ ভায়েক মৰঙিখোৱা গোহাঞে চন্দ্ৰকান্তক চক্ৰান্ত কৰি কাণ এখনত ঘুন লগালে। চন্দ্ৰকান্তই অপমান পাই গোপনে মানুহ পঠাই আকৌ মান আনালে। এইবাৰ ১৭৪১ শকত ৩০,০০০ মান আহে। এইবাৰ মানৰ অত্যাচাৰত অসম ছাৰখাৰ হ'ল। জৈয়ন্তিয়া, মৈয়মনসিং, মনিপুৰ, কাছাৰ, ভোটান, তিব্বত আদি ঠাইলৈ বহুত মানুহ পলাল আৰু বহুত মৰা পৰিল। শেষত

১৭৫০ শকত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে আমাৰ দেশ লয় আৰু মানৰ সৈতে কৰা সন্ধিমতে মানদেশত থকা অসমীয়া বন্দীবোৰ নিজ দেশলৈ ঘূৰি অহাৰ ক্ষমতা পায়। অসম বুৰঞ্জীৰ এই বেমেজেলীয়া কাল অৱলম্বন কৰি নিৰ্ম্মল ভকতৰ আখ্যান ৰচা হয়।

---

## তাম্ৰেশ্বৰীৰ মন্দিৰ

উত্তৰ লক্ষীমপুৰৰ চুন পোৱাৰ ওচৰৰ ধনেশ্বৰ নামৰ চুটিয়া যাড়ৰ বংশৰ লৰা এটা, আৰু লাংফাই নামৰ তাম্ৰেশ্বৰীৰ বৰ দেউৰী এজনৰ আঘনী নামৰ ছোৱালী এজনীৰ ভিতৰত প্ৰীতি ভাৱ আছিল। ওচৰৰে মনেশ্বৰ নামৰ সংৰাম দেউৰীৰ পুতেকেও আঘনীত প্ৰীতি ভাৱ স্থাপন কৰিবলৈ বিশেষ চেষ্টা কৰিছিল। আঘনী ধনেশ্বৰৰ বীৰত্ব আৰু কৌশল দেখি তাৰ প্ৰতি বিশেষ আকৃষ্ট হৈছিল। কিন্তু ধনেশ্বৰ চুটিয়াৰ লৰা দেখি আঘনীক সি সমাজৰ নিয়ম মতে বিয়া কৰাব নোৱাৰে। আৰু আঘনীৰ বাপেক মাকেও ধনেশ্বৰৰ নামতো সাতোটা কিল মাৰে। ইফালে সংৰাম দেউৰীয়ে তাৰ পুতেক মনেশ্বৰলৈ আঘনীক খোজা বঢ়াৰ ভাৰ ভেটি আনি বিয়াৰ থিৰ কৰিলে। এনেতে এদিন ধনেশ্বৰে মনেশ্বৰৰ আগতে আঘনীক চুমা খালে আৰু ধনেশ্বৰ মনেশ্বৰৰ মাজত বাকবিতণ্ডাও কিছু হল। পিছদিনাই ধনেশ্বৰে আঘনীক ৰলিত কলে যে আঘনীক বিয়া কৰবালৈ সি কৃতসংকল্প।

আপনায়ে আন্তৰিক প্ৰীতি জনালে; কিন্তু সিহঁতৰ মিলনত পিতাকৰ সমৰ্থন যে নহব ইয়াকো কলে। ধনশ্বৰে আঘনীক চুমা খোৱাত লাংফাই সংৰাম আৰু মনেশ্বৰে তিনিও সদিয়াখোৱা গোঁহাঞিদেৱৰ ওচৰত ধনেশ্বৰৰ বিৰুদ্ধে অভিযোগ উপস্থিত কৰিলে। গোচৰত ধনেশ্বৰ দোষী সাব্যস্ত নহল। কিন্তু লাংফাই, মনেশ্বৰ আৰু সংৰামৰ ৰক্ষা নহ'ল। ধনেশ্বৰক যি কোনো প্ৰকাৰে নিপাত কৰিবলৈ কৃতসংকলল্প হৈ থাকি সেই ক্ষেত্ৰত থকা বিদেশী বামাচাৰী সন্ন্যাসী এজনৰ আশ্ৰয় ললে। এই সন্ন্যাসীয়ে ৰাইজৰ আগত কেইটামান মিছা পৰীক্ষা দেখুৱাই ষাড়ৰ খেলৰ ধনেশ্বৰক সেই বাৰৰ দুৰ্গা পূজাত তাম্ৰেশ্বীৰ আগত বলি দিবলৈ বন্ধন কৰিলে। ইপিনে ধনেশ্বৰে মনেশ্বৰৰ লগত বিবাদ হোৱাৰ আগৰে পৰা সেই ঠাইত কিছুদিন বাস কৰা পৰশুৰাম কুণ্ডৰ যাত্ৰী, এগৰাকী বৈষ্ণৱীৰ সেৱা শুশ্ৰূষা কৰি তেওঁৰ কৃপা লাভ কৰিছিল। এই বৈষ্ণৱী গৰাকীয়ে কৃষ্ণ ভক্তিৰ মাহাত্ম্য কৈ ধনেশ্বৰক কৃষ্ণ-ভক্ত কৰি তুলিছিল আৰু তেওঁৰ সকলো ভূ-ভা লৈ আছিল।

বামাচাৰী তান্ত্ৰিক সন্ন্যাসী আৰু সংৰাম লাংফাই আদিৰ দুৰভিসন্ধি আৰু ধনেশ্বৰৰ আসন্ন বিপদ বুজিব পাৰি বৈষ্ণৱীয়ে ধনেশ্বৰক সাৱধান কৰি দিয়াৰ লগে লগে আঘনী সদিয়াখোৱা গোঁহাঞিদেৱৰ জীয়াৰী ফুলেশ্বৰী কুঁৱৰী আৰু তেওঁৰ ভাবী স্বামী কমলেশ্বৰ গোঁহাঞিদেৱৰ আদিক যাক যিদৰে পাৰে সেই দৰে ধৰি মেলি ধনেশ্বৰৰ প্ৰতি অনুকম্পা আকৰ্ষণ কৰি তেওঁ নিজে বামাচাৰীৰ পৰীক্ষা মিছা আৰু আখেজমূলক বুলি প্ৰমাণ কৰি

দেখুৱালে। বৈষ্ণৱীৰ নিঃস্বাৰ্থ উদ্দেশ্যত উপৰোক্ত লোক সকলৰ কিছু স্বাৰ্থও মেৰ খাইছিল। গোঁহাঞিদেৱে চন্দ্ৰকান্ত সিংহৰ পৰা মানৰ আক্ৰমনৰ বাবে প্ৰস্তুত হবলৈ আজ্ঞা পাই কমলেশ্বৰ গোঁহাঞিদেৱৰ অধীনত ধনেশ্বৰক সেনাপতিৰ বাবে শিক্ষা দিয়া হৈছিল। ধনেশ্বৰে ৰণবিদ্যাত বিশেষ পটুতা দেখুৱাইছিল। সেই ধনেশ্বৰেই বলিত গ'লে বহুত অসুবিধা হয়। ইয়াৰ উপৰিও ধনেশ্বৰে বিচাৰত আহোম হবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। তথাপি ধনেশ্বৰক সকৰা টান হলহেঁতেন, যদি বৈষ্ণৱীয়ে সমূহ ৰাইজৰ আগত বামাচাৰীৰ বলি পৰীক্ষা মিছা বুলি প্ৰমাণ নকৰিলেহেঁতেন আৰু শেষত কমলেশ্বৰ গোঁহাঞিদেৱে সদিয়াখোৱা গোঁহাঞিদেৱৰ নিৰ্দ্দেশমতে বামাচাৰীৰ মুণ্ডপাত নকৰিলেহেঁতেন। মানৰ সৈতে ডাঙৰীত হোৱা ৰণত মান পৰাস্ত হ'ল। ইয়াৰ পিছত কমলেশ্বৰ গোঁহাঞিদেৱৰ লগত ফুলেশ্বৰীৰ আৰু ধনেশ্বৰৰ লগত আঘনীৰ বিবাহ হৈ গ'ল।

---

## ৰঙ্গিলী

ৰাজা চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ দিনৰ কথা। কুকুৰাচোৱা ভূতৰ পুতেক সংৰামৰ প্ৰতি নৰহৰি সেনচোৱাৰ জীয়াৰী ৰঙ্গিলীৰ নিঃস্বাৰ্থ প্ৰেম আছিল। লৰা ৰজাৰ সঙ্গ পাই আৰু উচ্চ বিষয় পোৱাৰ আশাত সংৰামে আগেয়ে ভালপোৱা ৰঙ্গিলীক লাহে লাহে অৱহেলা কৰি আহিব ধৰিলে। ৰঙ্গিলীয়ে

এই কথা জানিও ধৎৰামক ভাল পাবলৈ এৰা নাছিল। বুঢ়াগোঁহাঞিও পুৰ্ণনন্দয়ে চন্দ্ৰকান্তক ৰজা পাতিছিল, কিন্তু ধনৰ নাটনিৰ অজুহাত দেখুৱাই ৰজাৰ অভিষেক ক্ৰিয়া কৰা নাছিল। তাতে লৰা ৰজাৰ মনত অসন্তোষ হৈছিল। এই কথাৰে সুবিধা লৈ সংৰামে ৰজাক ভাল লগাবলৈ ৰজাৰ ভিতৰ চ'ৰাত বুঢ়াগোঁহাঞিক তুচ্ছতাচ্ছিল্য কৰি নানা কৌতুক কৰিছিল। এই সম্ভেদ পাই বুঢ়াগোঁহাঞিৰ সংৰামৰ ওপৰত বৰ খং উঠি আছিল ৰজাৰ ভিতৰ চ'ৰাত সংৰাম আৰু সেই শ্ৰেণীৰ আৰু কেইটামান ডেকাৰ খেল কৌতুকৰ ভিতৰত সুৰাৰ ব্যৱহাৰো চৰি গৈছিল। ৰজাও ইয়াত অভিভূত হৈ পৰিছিল। এবাৰ বুঢ়াগোঁহাঞে ৰজাক দুৰ্গা পূজালৈ যাবলৈ এটি কিংখাপৰ চোলা দিছিল। পিছে মনৰ বিকৃত অৱস্থাত ৰজাই সেই চোলা সংৰামকে পিন্ধাই পূজালৈ পঠালে। ৰজা ন'গল। বুঢ়াগোঁহাঞি প্ৰমুখ্যে ডাঙৰীয়া সকলে ৰজা বুলি সংৰামকে সেৱা কৰিলে। পিছত সংৰামক দেখি মাৰিবলৈ খেদি গ'ল! সংৰাম লৰি পলাল। পিছত এই জগৰৰ বাবে সংৰামৰ ওপৰত বিচাৰ হ'ল। সংৰামক দোষী সাব্যস্ত কৰি ৰজাৰ অনুৰোধত প্ৰাণে নামাৰি মুৰ খুৰাই ঘোল ঢালি নগাপৰ্ব্বতৰ পিনে নিৰ্ব্বাসিত কৰি পঠালে। ইফালে বুঢ়াগোঁহাঞিৰ বোৱৰী বদনৰ জীয়াৰী পিজৌৱে জানিব পাৰিছিল যে সংৰামৰ লগতে বিদ্ৰোহী বুলি বদনক ধৰাই আনিবলৈ বুঢ়াগোঁহাঞে মানুহ পঠোৱাৰ দিহা কৰিছে। তাকে জানি তেওঁ এখনি পত্ৰ লিখি কোনেও নজনাকৈ দেউতাকলৈ পঠাবলৈ বজ্জিলীৰ হাতত দিছিল। বজ্জিলীয়ে

নির্ব্বাসিত সংৰামক বাটত অকলে লগ ধৰি তাৰ বাবে বৰ দুখ কৰিলে আৰু পিজৌ আইদেউৰ পত্ৰ বৰফুকনলৈ দি পঠালে। বদনে ইংৰাজৰ সহায় বিচাৰি নাপালত মান দেশলৈ গৈ মান সেনা আনে। এই সেনা আৰু বুঢ়াগোঁহাঞিৰ ফলীয়া সেনাৰ নামৰূপত ৰণ হয়। এই ৰণত সংৰামৰ মৃত্যু হয। কিন্তু ৰজাঘৰীয়া সেনা তিকিব নোৱাৰি ৰণভঙ্গ দিলে। ইপিনে বুঢ়াগোঁহাঞিৰ মৃত্যু হ'ল। মানে বদনৰ ইঙ্গিত মতে বুঢ়াগোঁহাঞিৰ ফলীয়া লোক সকলক বধ কৰিলে আৰু পূৰ্ণানন্দৰ ঠাইত বদনক থৈ দেশলৈ ঘূৰি গ'ল। নামৰূপৰ ৰণথলিত ৰঙ্গিলীয়ে আন গাভৰু সকলেৰে আহত সেনা সকলৰ শুশ্ৰুষা কৰে আৰু সংৰামকো মৃত অৱস্থাত দেখে। ইয়াৰ পিছত ৰঙ্গিলী ক'লৈ গ'ল কোনেও কব নোৱাৰিলে। বহু বছৰৰ পিছত বৃন্দাবনত তেওঁক বৈষ্ণৱীৰূপে পোৱা গৈছিল।

ৰঙ্গিলীৰ আখ্যানত ৰঙ্গিলীৰ বাহিৰে আৰু কেইবাটিও আখ্যানৰ বিৱৰণ আছে। শান্তিৰাম-পচুমী. কেতেকী-জয়ৰাম, বিচিত্ৰি-মনাই ইত্যাদি বোৰৰ মাজেৰে, বিহুতলি, সাতবিহুৰ উৎসৱ, আদিবোৰৰ মাজেৰে অসমীয়া সমাজ-ৰীতি, বিয়া বাৰুৰ ৰীতি-নীতি আৰু মুকলি মুৰীয়া আৰু সবল নাৰী চৰিত্ৰ ভালকৈ আঁকি দেখুৱা হৈছে। ৰজাৰ ভিতৰ চ'ৰাৰ বিৱৰণ বোৰৰ পৰা মানসিক অৱনতি আৰু বুঢ়াগোঁহাঞিৰ ক্ষমতাপ্ৰিয়তা আৰু ৰজাঘৰীয়া অৱনতিৰ ফলত হোৱা দেশৰ অধঃপতন বিশেষৰূপে দেখা যায়। ৰঙ্গিলীৰ স্বাস্থ্য, নৃত্য-গীত আৰু গৃহকাৰ্য্য আদিত নৈপুণ্য, নিষ্কাম প্ৰীতি আৰু পাৰ্থিব সুখৰ ব্যৰ্থতাত হোৱা

ঈশ্বৰ প্ৰীতি গ্ৰন্থকৰ্ত্তাৰ বিশেষ মনঃপুত হোৱাৰ বাবেই আৰু এই চৰিত্ৰৰ বৈচিত্ৰ্য দেখুৱাৰ উদ্দেশ্যেই গ্ৰন্থখানিৰ নাম ৰঙ্গিলী ৰখা হৈছে।

---

## দন্দুৱা দ্ৰোহ

বৰদলৈ দেৱে পাতনিত লিখিছে—"বুৰঞ্জী মতে হৰদত্তৰ বিদ্ৰোহ আৰম্ভ হয় ইংৰাজী ১৭৮৮ চনত আৰু দমন হয় ১৭৯৬ চনত। এই আঠ বছৰ কাল হৰদত্তে বৰফুকনক যুঁজত ঘটুৱাই ব্যতিব্যস্ত কৰি তুলিছিল আৰু উত্তৰ কামৰূপত নিজেই এক-প্ৰকাৰ ৰজা হৈ ৰাজত্ব কৰিছিল। আমাৰ বন্ধুবৰ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই আগেয়ে পদ্মকুমাৰী নাম দি এই বিষয়ৰ এখন উপন্যাস ছপাই থৈছে। কিন্তু তাত আমি হৰদত্ত বীৰদত্তৰ বিষয়ে বুৰঞ্জী মতে যি জানো আৰু কামৰূপীয়া মানুহৰ মুখে মুখে যেনেকৈ শুনিছোঁ সেই উপন্যাসত সেইদৰে নাই। সেই দেখি আজিও হৰদত্ত বীৰদত্তৰ দ্ৰোহটো উপন্যাস আকাৰে লেখি ৰাইজৰ আগত ভেটিলো"। এই উপন্যাসত আমি বুৰঞ্জীৰ প্ৰধান ঘটনা বিলাকৰ একেবাৰে লৰচৰ কৰা নাই। ইয়াত আমাৰ কল্পনাৰ মাত্ৰাও সামান্য।"

কামৰূপীয়া প্ৰজাৰ ওপৰত বদন চন্দ্ৰ বৰফুকনৰ অত্যাচাৰ হোৱাত এই বিদ্ৰোহ হয়। ১৭৯৫ চনত ৺কলীয়া ভোমোৰা বৰফুকনে এই দ্ৰোহ দমন কৰে। বীৰদত্ত যুঁজত মৰে, হৰদত্তক

ৰৰকুকনে শূলত দিয়ায়। তেওঁৰ ভাৰ্য্যা সন্ধ্যাঝাৰত সৰ্প দংশনত মৰে, জোৱায়েক মহিৰামে শিখ চৰ্দ্দাৰ কুমেদানৰ সৈতে যুদ্ধত প্ৰাণত্যাগ কৰে, আৰু তেওঁৰ জীয়াৰী পদুম কুমাৰীয়ে শিখ আৰু আহোমক তিৰস্কাৰ কৰি অত্যাচাৰীৰ কবলত নপৰিবলৈ ব্ৰহ্মপুত্ৰত জাপ দিয়ে।

দন্দুৱা দ্ৰোহখানক এখন বুৰঞ্জীমূলক উপন্যাস নুবুলি বুৰঞ্জীমূলক কাহিনীকে বুলিব পাৰি। ইয়াত বৰদলৈদেৱৰ প্ৰত্নতাত্ত্বিকতাই বিশেষৰূপে প্ৰকাশ পাইছে। বুৰঞ্জী আৰু মুখে মুখে চলি থকা কথাবোৰ লৈ সেই বোৰৰপৰা সামান্যও লৰচৰ নকৰাকৈ বিৱৰণ বোৰত কেৱল কিছু কাল্পনিক কথা যোগ দি এটা উপন্যাসৰ ৰূপ দিয়া হৈছে। ই এটা বিদ্ৰোহৰ বিতং বিৱৰণ। ইয়াত প্ৰজাসমূহৰ বিদ্ৰোহ বিশেষভাবে ফুটি উঠা নাই। হৰদত্ত বীৰদত্তই যেন বিশেষ বিদ্ৰোহী। হৰদত্ত বীৰদত্ত আদিৰ স্বাধীনতা-প্ৰিয়তা আন পিনে বদনৰ কামৰূপীয়া প্ৰজাৰ ওপৰত অত্যাচাৰ অবিচাৰ এই দুটাই বিদ্ৰোহৰ কাৰণ। এই দুটাৰ বিৱৰণ যিদৰে চিত্তাকৰ্ষক সেইদৰে অনাথ মহীৰাম আৰু পদ্মা-কুমাৰীৰ প্ৰণয়, হৰদত্তৰ বিধি পথালি, হৰদত্তৰ পৰিয়ালৰ হাবিত বাস, পত্নীৰ সৰ্প দংশনত মৃত্যু, হৰদত্তৰ শাস্তি, কুমেদান মহিৰামৰ যুদ্ধ, পদ্মাৰ অস্বাভাৱিক অৱস্থা আৰু ব্ৰহ্মপুত্ৰত আত্মবিসৰ্জ্জন—সকলোবোৰেই নাটকীয় সন্ধি অৱতাৰণা কৰি পাঠকৰ চিত্ত আকৰ্ষণ কৰে। এই বোৰৰ লগে লগে পুৰণি ৰীতি-নীতি, পুৰণি গুৱাহাটী আৰু কামৰূপৰ বিশেষ বিশেষ বিৱৰণ, স্বাস্থ্য, ধৰ্ম্ম আৰু ৰণকৌশলৰ বিৱৰণ বোৰেও গ্ৰন্থৰ

মূল্য বঢ়াইছে। কিন্তু প্ৰকৃতিক দৃশ্যৰ বিৱৰণ, পদ্মাৰ সখীয়েকৰ সৈতে ফুলনিত কৰা আমোদ, বিহু, ধুলীয়াৰ খেল, কৌতুক আৰু পদ্মাৰ বিবাহৰ বৰ্ণনাই মাজে মাজে মনক কিছু সকাহ দি গলেও গ্ৰন্থখনিৰ আদিৰ পৰা অন্তলৈ বিদ্ৰোহটোৰ কথাই জাজ্জ্বল্যমান। সৰ্ব্বশেষতো গ্ৰন্থকৰ্ত্তাই লিখিছে—পাঠক, আমি দৰদত্ত বৰুৱাৰ শোকলগা আচল বুৰঞ্জীমূলক কাহিনী শেষ কৰিলোঁ। আমাৰ বঢ়া টুটা সমস্ত দোষ যেন ক্ষমা কৰে।

দন্দুৱা দ্ৰোহৰ বিষয় লৈ ৺লক্ষ্মীনাথ বেজবৰুৱাদেৱে ১৯০৫ চনতে পদুম কুৱৰী নামে এখনি উপন্যাস ৰচনা কৰে। কিন্তু দুয়োখন উপন্যাসৰ ভিতৰত প্ৰভেদ আছে। মূল প্ৰভেদ এই যে বৰদলৈদেৱে বিদ্ৰোহৰ কথাটোকে বুৰঞ্জী আৰু প্ৰবাদ অনুসৰি সদৰী কৰিব খুজিছে। ইয়াত পদ্মাৰ কথাটো কেৱল আনুসঙ্গিক হে। কিন্তু ৺বেজবৰুৱাই বিদ্ৰোহটো পদুম কুঁৱৰীৰ প্ৰণয় বিষয়ৰ ভেটিহে কৰি লৈছে। গতিকে ইয়াত কল্পনাৰ ভাগ বেচি। দুয়োখন গ্ৰন্থৰ নাম দুটায়ে গ্ৰন্থকৰ্ত্তাদুজনৰ ভিন ভিন লক্ষ্য প্ৰকাশ কৰে। পদুম কুঁৱৰীত কল্পিত নাৰী আৰু পুৰুষ চৰিত্ৰ বেচিকৈ দিয়া হৈছে। পদুম কুঁৱৰীত পদুমৰ প্ৰণয়াসক্তৰ নাম সূৰ্য্যকুমাৰ আৰু দন্দুৱাদ্ৰোহত মহীৰাম নাম দিয়া হৈছে, আৰু সূৰ্য্যক হৰদত্তৰ ঘৰৰপৰা খেদাই দিয়া আৰু কলীয়া ভোমোৰাৰ তাত আশ্ৰয় লোৱা দেখুৱা হৈছে। শেষৰ ঘটনাৰ বিৱৰণতো দুয়োখন গ্ৰন্থৰ মিল নাই।

---

## চতুৰ্থ অধ্যায়

# বৰদলৈদেৱৰ উপন্যাসৰ চৰিত্ৰ সমূহ আৰু দুটি এটি সাধাৰণ কথা

অতীত অসমৰ চিত্ৰ আঁকাই বৰদলৈ দেৱৰ উদ্দেশ্য, চৰিত্ৰ অঙ্কন তেখেতৰ উদ্দেশ্য নহয়। কিন্তু সেই বুলি যে তেখেতে চৰিত্ৰ অঙ্কনত বিশেষ মন দিয়া নাছিল এনে নহয়। সৰুবৰ, নাৰী পুৰুষ সকলো চৰিত্ৰকে দৃষ্টিৰে উপন্যাস কেইখনত গঢ়ি তোলা হৈছে। আটাই কেইখন উপন্যাসৰ ভিতৰত 'ৰহদৈ লিগিৰী'ৰ চিত্ৰত কিছু অস্বাভাৱিকতাৰ সাঁচ পৰা যেন দেখিলেও তাকো বিশেষ নিষ্ঠাৰে গঢ়া হৈছে। এটি কথা মনত ৰাখিব লাগে যে বৰদলৈদেৱৰ উপন্যাস সমূহ নায়িকাপ্ৰধান। শুভদৰ্শক বৰদলৈদেৱে প্ৰত্যেকটো নাৰী চৰিত্ৰকে বিশুদ্ধভাৱে আঁকিছে। তলত আমি কেইটিমান চৰিত্ৰৰ বিষয়ে আলোচনা কৰিম। 'মনোমতী' উপন্যাসৰ মনোমতী, পমিলা, পদুমী, তিনিও গৰাকী মহিলাত তিনি প্ৰকাৰৰ নাৰী চৰিত্ৰ আঁকা হৈছে। মনোমতী লাজকুৰীয়া, পমিলা বাংধালী, মনোমতী ভাৱত মগ্না আৰু পমিলা ভাৰ গ্ৰহণ কৰিব পৰা, কৰ্ম্মপটু আৰু উদ্ভাৱনী শক্তিযুক্তা। মনোমতী সবল, কিন্তু নিজ অভীষ্ট পূৰণ হোৱাৰ পিছতহে আন বিষয়লৈ মন দিয়ে, কিন্তু পমিলাই লগৰীৰ সুখৰ কাৰণে নিজৰ সকলো সুখ, আশা আকাঙ্ক্ষা

বিসর্জ্জন দিয়ে, পমিলাৰ ৰসিকতা থাকিলেও তাক প্ৰধানকৈ সখীৰ আনন্দৰ কাৰণেহে ব্যৱহাৰ কৰে; মনোমত পতিসঙ্গ কামনা কৰিলেও সখীৰ চিন্তাই তাক তল পেলাই থয়। মনোমতীয়ে সখীৰ দিহা মতেই চলে, কিন্তু বিপদ আৰু নিৰুপায় অৱস্থাত তেওঁৰ আত্মমৰ্য্যদা প্ৰকাশ কৰি বীৰত্ব ফুটি ওলায়। আনপিনে পমিলাই সকলো অৱস্থাতে চতুৰতাৰ আশ্ৰয় লয়। মনোমতীয়ে লক্ষ্মীকান্তক দেখাৰে পৰা তেওঁলৈ অনুৰক্তা হৈছিল, কিন্তু উষাৰ দৰেই নিজ মনোভাৱ ব্যক্ত কৰিব পৰা নাছিল—পমিলাইহে তেওঁৰ মনোগত ভাৱ বুজি মনোমতীক সান্ত্বনা দি শান্তিৰাম ভকতক শ্ৰীকৃষ্ণৰ ওচৰলৈ বেদনিধিক পঠোৱাৰ দৰে পঠাই লক্ষ্মীকান্তক অনাই চতুৰ আৰু কৰ্ম্মপটুতাৰ চিন দেখুৱায়। মইনবৰিৰ মানৰ বন্দীশালৰ পৰা সুৰুঙ্গাৰে পলুৱাই আনিবলৈ মানুহ যোৱাত পমিলাই মনোমতীকহে আগ কৰি দিছিল, আৰু পিছত নিজে উদ্ধাৰ পাইছিল। সেয়ে নহৈ পমিলা আগবাঢ়িব লগা হলে মনোমতীৰ ঘটনা আন প্ৰকাৰ হৈ উঠিলহেঁতেন। পমিলাই, নিজ চতুৰতাৰে তিলোৱা আৰু বন্দুলাৰ মাজত বিবাদ লগাই নিজৰ আৰু মনোমতীৰ স্ত্ৰীধৰ্ম্ম ৰক্ষা কৰিছিল। মিঙ্গিমাহাই মনোমতীৰ আগত কু-অভিপ্ৰায় ব্যক্ত কৰি শেষত বল প্ৰয়োগ কৰিবলৈ উদ্যত হোৱাত মনোমতীয়ে স্বভাৱসুলভ লাজ আবুৰ এৰি ৰণচণ্ডীবেশে নিজৰ সাহসৰ পৰিচয় দিয়ে। মনোমতীৰ বিবাহৰ পিছত পমিলাই যেতিয়া নিৰুদ্দেশ হোৱা শান্তিৰামৰ কাৰণে অন্তৰত বিৰহৰ দুখ ভোগ কৰিছিল, তেতিয়া মনোমতীয়ে পমিলাক

সান্ত্বনা দিছিল। ইয়াৰ আগতে মনোমতীয়ে পমিলাৰ অশান্তি ভাৱ কেতিয়াও দেখা নাছিল আৰু তেওঁৰ মনোভাৱ জানিবলৈ অৱকাশ পোৱা নাছিল। মানে প্ৰথমে চণ্ডী বৰুৱাৰ হাউলী অৱৰোধ কৰাত পমিলাৰ নিজ জীৱনৰ সকলো কথা পাহৰি ধৰ্ম্ম-পিতৃ মাতৃ আৰু মনোমতী লক্ষ্মীকান্তকহে সৰুৱাবলৈ চেষ্টা কৰিছিল আৰু নিজ হাতে টোপ চলাইছিল। মনোমতী আৰু পমিলা দুয়োয়েই চণ্ডী বৰুৱাৰ ধৰ্ম্মীয়া জীয়েক—দুয়োকে অনাথ কৰি ঔপন্যাসিকে চৰিত্ৰ দুটি বেছি মনত লগা কৰি তুলিব পাৰিছে।

পদুমীৰ আখ্যান অতি দুঃখলগা। বিধিৰ কঠোৰ শাসনত বাহ্যিকত তেওঁ মানৰ তিৰোতা—ভ্ৰষ্টা। প্ৰথম দৃষ্টিত মানুহে কোনো মানুহৰ ওপৰত কৰা ধাৰণা যে সদায় ঠিক নহয়, পদুমীৰ চৰিত্ৰত তাকে দেখা যায়। তেওঁ যেন মান সেনাপতিৰ সঙ্গত স্বস্তি বোধ কৰিছে। কিন্তু প্ৰকৃততে সি নহয়। মানৰ অধিগতা হোৱাত অহৰ্নিশে তেওঁ অশান্তি বোধ কৰিছে। স্বজাতিৰ ভাই ভনী সকলৰ উদ্ধাৰত কোনো প্ৰকাৰে সহায়ক হব পাৰে বুলিয়ে তেওঁ তেতিয়াও জীৱন ৰাখিছিল। তেওঁ আত্মহত্যা মহাপাপ বুলি জানিছিল। পদুমীৰ উদ্দেশ্য সফল হৈছিল। মান সেনাপতিৰ মন গলাই পৰীয়া আদিৰো পৰিতুষ্টি সাধন কৰি, পমিলা, মনোমতী আদিৰে পৰামৰ্শ কৰি শেষত শান্তিৰাম ভকতক সৰুৱাই সকলোৰে উদ্ধাৰৰ উপায় কৰি দিয়াৰ পিচত মানৰ বিচাৰত নিৰ্ভিক চিত্তে নিজৰ সকলো কথা কৈ কাঢ়ি মানকো হতাহ পলুৱাই বিশুদ্ধি কৰি পদুমী অগ্নিদগ্ধা

হয়। পূৰ্ব্বৰ পদুমীৰ প্ৰণয়ৰ ('ৰঙ্গিলী' চাওক) শান্তিৰামক মানৰ বন্দীশালত পাই হৰ্ষ বিষাদৰ মাজত নিজৰ সকলো কথা বিবৰি কয়। শান্তিৰামে মৰ্ম্মাহত হৈ আত্মহত্যাৰ কথা তোলাত তেনে কাম মহাপাপ বুলি কয় আৰু উদ্ধাৰৰ পিচত শান্তিৰামে গ্ৰহণ কৰিলে তেতিয়াও পদুমী তেওঁৰ হব বুলি প্ৰবোদ দি মনত আশাৰ সঞ্চাৰ কৰে; আৰু শান্তিৰামেও উদ্ধাৰৰ কাৰ্য্যত লাগিবলৈ প্ৰেৰণা পায়। এইবোৰ পদুমীৰ কম বিচক্ষণতাৰ কথা নহয়। কিন্তু পদুমীৰ জীৱন দৈহিক সুখৰ কাৰণে নাছিল, পৰৰ হিত সাধনেই তেওঁৰ জীৱনৰ ব্ৰত আছিল। নহলে তেওঁ অতি সহজে শান্তিৰামৰে সৈতে পলাই সাৰিব পাৰিলে-হেতেন। এনে উদাৰ চৰিত্ৰ অঙ্কনত ঔপন্যাসিকৰ মনৰ গতি আৰু সৃষ্টি কৌশল শলাগিবলগীয়া।

আকৌ প্ৰৱল শক্তিসম্পন্ন ৰজাৰ নানা ষড়যন্ত্ৰৰ মাজতো সাধাৰণৰ জীয়াৰী ৰহদৈ লগিৰীক ৰজাৰ বাসনা বহ্নিত অৰ্পণ নকৰি দৰিদ্ৰ দয়াৰামৰ বিজয় ঘোষণা কৰাত, কৰ্ম্মচাৰী অনাচাৰী আন প্ৰজাবৰ্গৰ অত্যাচাৰ, সমাজ আৰু গুৰুঘৰৰ অবিচাৰ আদিৰ মাজতো ৰহদৈক অচল অটল কৰি গঢ়ি তোলাত ঔপন্যাসিকৰ কম কৌশলৰ আৱশ্যক হোৱা নাই। নিঃস্বাৰ্থ প্ৰেমৰ প্ৰতীক স্বৰূপে ৰঙ্গিলী আৰু সেই দৰে 'মিৰি জীয়ৰী'ৰ দালিমীৰ চৰিত্ৰ অঙ্কনতো বিশেষ পাৰদৰ্শিতাৰ আৱশ্যক হৈছে।

'মনোমতী'ৰ প্ৰেম জগতৰ, কিন্তু সি বিশুদ্ধ। 'মিৰি জীয়ৰী'ৰ প্ৰেম আৰু ভাগ্যেশ্বৰী মন্দিৰৰ আঘনি আৰু ধনেশ্বৰৰ প্ৰেম জগতৰ

হলেও সি কেৱল জাগতিক নহয়—মৃত্যুৱে ইয়াক ছেদ কৰিব নোৱাৰে, বৰং অমৰত্ব দানহে কৰে। আৰু বহদৈ, ৰঙ্গিলীৰ বিশুদ্ধ জাগতিক প্ৰেম ঈশ্বৰ প্ৰেমত মিলি পৰিছেগৈ। সাধাৰণতে চৰিত্ৰবোৰে নিজৰ উদ্দেশ্য সাধন কৰিছে, নহলে কোনো এক উচ্চ আশাত প্ৰাণ এৰিছে, নাইবা কোনো উচ্চতৰ বিষয়ান্তৰত প্ৰশান্তি লাভ কৰিছে। ইয়ে ঔপন্যাসিকৰ সুখবাদিতা প্ৰকাশ কৰিছে। কেৱল সেয়ে হলেও স্বাভাৱিকতা ৰক্ষা নহব পাৰে, সেই দেখি দালিমীৰ দৰে দুখতে শেষ হোৱা দুই এটি চিত্ৰ দেখিবলৈ পোৱা যায়। নিৰ্ম্মলৰ মাহীয়েকো এগৰাকী আদৰ্শ তিৰোতা।

পুৰুষ চৰিত্ৰৰ ভিতৰতো নিৰ্ম্মল ভকত, দয়াৰাম আদি চৰিত্ৰত একনিষ্ঠ প্ৰেম বা সাংসাৰিক কামনা ঈশ্বৰ ভক্তিত পৰিণত হৈছে। নিৰ্ম্মলে একমাত্ৰ আনন্দ আৰু অকাঙ্খাৰ ৰূপহীক পৰহস্তগতা দেখি দুখত বিহ্বল হৈছিল, কিন্তু খং বা বেজাৰৰ বশীভূত হৈ তেওঁ কোনো দুৰ্ঘটনা নঘটাই অসীম ধৈৰ্য্য আৰু বিচাৰৰ বলত কেৱল পৱিত্ৰ ভক্তিৰ সেৱক হৈ সন্ন্যাসী হৈছিল; আৰু এই পথ অৱলম্বন কৰোতে সাধাৰণৰ মনত বিৰক্তিকৰ আৰু বিদ্ৰোহ জগাব পৰা ধৰ্ম্ম আৰু সমাজ সম্বন্ধীয় কথাবোৰ তেওঁ বিশেষ বিচাৰেৰে নিজৰ মঙ্গলজনক বুলি বিবেচনা কৰিছিল। ইয়াতো ঔপন্যাসিকৰ মনৰ গতি প্ৰতিবিম্বিত হৈছে।

সু-চৰিত্ৰবোৰ অঁকাত ঔপন্যাসিকে যেনে নৈপুণ্যৰ পৰিচয় দিছে, সেইদৰে দেশদ্ৰোহী হৰকান্ত, সতাই নাৰকী আদি কু-চৰিত্ৰবোৰ আকোঁতেও একে নৈপুণ্যকে দেখুৱাইছে।

মূঠতে মানৱ চৰিত্ৰ আৰু প্ৰাচীন বুৰঞ্জীৰ প্ৰকৃতৰূপ অধ্যয়ণ, নিজ মনৰ সংস্কাৰ, বিচাৰ আৰু আদৰ্শ এইবোৰেৰে বৰদলৈদেৱে চৰিত্ৰ সমূহ স্বাভাৱিক কৰি গঢ়ি তোলাত কৃতকাৰ্য্য হৈছে। এনে সুনিপুণ ভাবে তেখেতে ঘটনাক্ৰমবোৰ উপস্থিত কৰিছে যে সেইবোৰৰ মাজত চৰিত্ৰ সমূহ ৰঞ্জিতা খাই পৰিছে।

বৰ্ত্তমান অসমীয়া সাহিত্যত উপন্যাস লিখক হিচাবে বৰদলৈ-দেৱ আগৰণুৱা। বৰদলৈদেৱৰ উপন্যাস ৰচনা ইংৰাজী আৰু বঙ্গ সাহিত্যৰ অধ্যয়ণৰ ফল। সাজটোৰ বাহিৰেও বিষয় আৰু চিত্ৰও কেতিয়াবা ইংৰাজী সাহিত্যৰ পৰা লোৱা যেন দেখি। উদাহৰণ স্বৰূপে কব পাৰি যে "নিৰ্ম্মল ভকত'ৰ কাহিনী ইংৰাজ কবি টেনিছন'ৰ "এনক আৰ্ডেন'ৰ ঘটনাৰে সৈতে মিলে। কিন্তু আমাৰ ঔপন্যাসিকৰ বিশেষত্ব এই যে তেওঁ এই আখ্যানত দেশীয় সাজ দি ইয়াক স্বাভাৱিক চিত্ৰ কৰি তুলিছে। "মিৰিজীয়ৰী"ৰ প্ৰাকৃতিক সৌন্দৰ্য্য, প্ৰীতি ভাব আদি বৰ্ণনা কৰাত ৱাৰ্দচ্‌ৱাৰ্থ্, বাৰ্ণচ্, গল্ড্‌স্মিথ্ আদি ইংৰাজ কবি সকলৰ লেখনিৰ প্ৰভাৱ স্পষ্টকৈ দেখুৱা হৈছে। ডাঃ ৱাঃ স্কটৰ 'আইভান হো'ৰ ৰেবেকাৰ প্ৰভাৱ দেখা যায়। উপন্যাস কেইখনিত বৰদলৈদেৱৰ প্ৰাচীন দেশীয় সাহিত্যৰ প্ৰভাৱ পৰাটো স্বাভাৱিক কথা। মনোমতীৰ বিবাহ প্ৰসঙ্গত উষা, চিত্ৰলেখা, বেধনিধি, বাপুৰ প্ৰতিচ্ছবি আৰু সেই দৰে মানৰ বন্দীশালত মিঙ্গিমাহা আৰু মনোমতীত অশোক বনত হোৱা বান্ধন সীতাৰ প্ৰতিবিম্ব পৰিছে।

বৰদলৈদেৱে বাস্তৱৰ মাজত অবাস্তৱ, দুখৰ ভাৰৰ মাজত সুখৰ ৰাঙলি জেউতি চাই আনন্দ পাইছিল। এয়ে তেখেতৰ অবাস্তৱ বা অতীন্দ্ৰিয় প্ৰীতি। আগতে বিশ্লেষণ কৰি দেখুৱা চৰিত্ৰবোৰত তাকে দেখা যায়। সেইবোৰৰ লগতে আঙ্গুলিয়াব লগা আৰু দুটি কথা আছে। উপন্যাস বোৰত সপোনৰ বিশেষ স্থান দিয়া হৈছে। আচৰিত বিষয় এয়ে যে আটাইবোৰ সপোনেই ভবিষ্যতসূচক আৰু আটাইবোৰেই কাৰ্য্যত প্ৰতি-ফলিত হৈছে। মনত কোনো বিশেষ, চিন্তা, দুৰ্ব্বলতা, উৎকণ্ঠা আদিবোৰত মানুহে সপোন দেখাটো স্বাভাৱিক। ই মনস্তত্ব-মূলক কথা। এনেকৈ দেখা সপোনত কোনো কোনোটো কাৰ্য্যত প্ৰতিফলিতো হয়। আকৌ মনৰ প্ৰশান্ত অৱস্থাতো মানুহে ভবিষ্যতৰ ছবি সপোনত দেখা পায় বুলি ভবিষ্যত তত্ত্বদৰ্শী সকলৰ মত। আটাইবোৰ সপোন কাৰ্য্যত প্ৰতিফলিত কৰাই আৰু দেখোতা জনক সেইবোৰৰ দ্বাৰা কামত প্ৰবৃত্ত কৰাই বৰদলৈদেৱে এই বিষয়ত নিজৰ পৰম আস্থা দেখুৱাইছে। যোগশাস্ত্ৰ আৰু যোগপথত অসাধাৰণ মাহাত্ম্যৰ প্ৰতি দৃঢ় বিশ্বাসো "ৰহদৈ লিগিৰী"ৰ অলৌকিক ৰূপ আৰু শক্তি লাভতে দেখা যায়।

বৰদলৈদেৱৰ ভাষা সহজ সৰল আৰু যথাৰ্থ ভাৱ-প্ৰকাশক যেই সেই লোকেই তাক গ্ৰহণ কৰিব পাৰিব। কিন্তু তেখেতৰ ৰচনা সম্পূৰ্ণ বাহুল্যবৰ্জ্জিত বুলি কব নোৱাৰি। সকলো কথা বৰ্ণাই যোৱাতকৈ ঠায়ে ঠায়ে বিশেষ বিচাৰৰ বৰ্জ্জনবোৰে শিল্পীৰ বিশেষ নৈপুন্য দেখুৱায়। বৰদলৈদেৱৰ পাত্ৰ পাত্ৰী বোৰৰ

মাজত হোৱা দীঘলীয়া কথোপকথনবোৰে ঠায়ে ঠায়ে পাঠকক আমনি লগায়। আকৌ প্ৰাকৃতিক দৃশ্য, স্থান, মানুহৰ ৰূপ, বেশ, বাসঘৰ আদি বিশেষ বিশদ ভাৱে দিয়া হৈছে। এইবোৰে কেতিয়াবা আমান লগালেও বাহ্য দৃশ্য চিত্ৰণত বিশেষ আৱশ্যকীয়। যথাযথ বৰ্ণনা দি বিষয়বোৰ স্বাভাৱিক কৰি তোলা উদ্দেশ্য কাৰণেই এইবোৰ অনিবাৰ্য্য।

